

নতুন লিখকৰ সন্ধানত সাহিত্য-প্ৰকাশৰ
তৃতীয় উপন্যাস প্ৰতিযোগিতাত
যুটীয়াভাৱে তৃতীয় পুৰস্কাৰ প্ৰাপ্ত





অজিত তালুকদাৰ



সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংচ
গুৱাহাটী-৭৮১০০৩

Palash—a social novel written by Shri Ajit Talukdar of Sarthebari and published by Sahitya-Prakash, Tribune Buildings, Gauhati-781003. Price Rs. 8·00 only.

---

This book has been printed on concessional paper made available by the Govt. of India.

*

প্ৰকাশক:
সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংচ
গুৱাহাটী-৭৮১০০৩

*

প্ৰথম প্ৰকাশ
নৱেম্বৰ, ১৯৮০ চন

*

মূল্য: ৮·০০ টকা

*

বেটুপাত
ত্ৰৈলোক্য দত্ত

*

মুদ্ৰক
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী-৭৮১০০৩.

আমহঁ ক'লা কৰি, জীৱনৰ সমস্ত শ্ৰম মন্থিত কৰি যিসকলে আধাপেটী হৈয়ো অসমৰ মৃত-প্ৰায় কাঁহ-শিল্পটোক আজিও জীয়াই ৰাখিছে, সেইসকল কাঁহ-শিল্পীৰ হাতত শ্ৰদ্ধাৰে ।

## ॥ মোৰ কথা ॥

গাৱঁৰ মাটিৰ বুকুত ভৰি দি, মাটিৰ গোন্ধকে আঁকোৱালি লৈ, শৈশৱৰপৰা যৌৱনলৈ জীৱনত যি বিচিত্ৰ অভিজ্ঞতাৰ সতে চিনাকি হ'লো, সেই অভিজ্ঞতাৰ 'পলস'ৰ শৈল্পিক ৰূপায়ণত (উপন্যাস হিচাপে) কিমান দূৰ কৃতকাৰ্য্য হৈছোঁ তাৰ বিচাৰৰ ভাৰ ৰাইজৰ হাতত। সন্দেহ নাই, বহু ঠাইত অভিজ্ঞতাৰ গভীৰতা আৰু জীৱনাদৰ্শৰ প্ৰতিফলন ছায়াচ্ছন্ন। উপন্যাস লিখাৰ প্ৰচেষ্টা এয়ে প্ৰথম—ধান-পতান সান-মিহলি হৈ আছে।

বন্ধু-বান্ধৱৰ সহায়, আত্মীয়ৰ অনুপ্ৰেৰণাক শ্ৰদ্ধাৰে সুঁৱৰিছো।

সুস্থ, গঠনমূলক সমালোচনাক মই শ্ৰদ্ধা কৰোঁ।

অজিত তালুকদাৰ

## আমাৰ কথা

স্কুলীয়া পাঠ্যপুথিসমূহ চৰকাৰীকৰণৰ পিছত অসমীয়া প্ৰকাশকৰ অৱস্থা দুৰ্বলৰপৰা আৰু দুৰ্বল হৈ পৰাৰ হেতু অসমীয়া কিতাপৰ প্ৰকাশ বৰ শোচনীয় হৈ পৰিছে। উদাহৰণস্বৰূপে বিগত বছৰটোৰ কথাকেই উল্লেখ কৰিব পাৰি। বছৰটোত প্ৰকাশ হোৱা কিতাপৰ সংখ্যা আঙুলিমূৰত লেখিব পৰা। তাৰ উপৰি অসমীয়া পাঠকৰ (যিসকলে নিজে কিতাপ কিনি পঢ়ে) সংখ্যা শিক্ষিত মানুহখিনিৰ শতকৰা ১০ ভাগ হ'লেও বোধহয় গৌৰৱ কৰিব পৰা গ'লহেঁতেন। এজন প্ৰবীন ঔপন্যাসিকৰ প্ৰথম শ্ৰেণীৰ উপন্যাস এখনৰ দুই হাজাৰ কপি বিক্ৰী কৰোঁতে লাগে অতি কমেও (যদি উপযুক্তভাৱে বিজ্ঞাপন আদি দিয়া হয়) তিনি বছৰ, নতুন লিখকৰ হ'লেতো কথাই নাই।

আমি আৰ্থিক দিশৰ কথা বাদ দি নতুন লিখকক অনুপ্ৰেৰণা যোগোৱাৰ লগতে পঢ়ুৱৈৰ সংখ্যা বঢ়োৱাত অৰিহনা যোগোৱাৰ আশা লৈ সদৌ অসম ভিত্তিত পতা 'নতুন লিখকৰ সন্ধানত সাহিত্য-প্ৰকাশৰ তৃতীয় উপন্যাস প্ৰতিযোগিতা'ত যুটীয়াভাৱে তৃতীয় পুৰস্কাৰপ্ৰাপ্ত 'পলস' পঢ়ুৱৈ ৰাইজলৈ আগবঢ়ালোঁ। পঢ়ুৱৈ ৰাইজে কিতাপখন অলপ মৰমৰ চকুৰে চালেই আমাৰ শ্ৰমে সাৰ্থকতা লভি 'চিৰচেনেহী ভাষা-জননী'ৰ বেদীত সেৱা কৰিবলৈ সামৰ্থ্য যোগাব।

সাহিত্য-প্ৰকাশ

# এক

এটা চঞ্চল, অশান্ত ৰাতিৰ বিৰক্তি, ক্লান্তি, ব্যৰ্থতাৰ এখন বিশৃঙ্খল স্কেচ্ছ্ তাৰ সমগ্ৰ মুখমণ্ডলত জিলিকি উঠিছিল। অথচ তাৰ বাবে আছিল এটা গতানুগতিক ৰাতি—দৈনন্দিন জীৱন-যাত্ৰাৰ সুনিশ্চিত সত্য। সূৰ্যোদয় সি বহুদিন দেখা নাই। মিঠা বতাহেৰে ভৰা—বৰগীতৰ সুৰত ভাহি অহা গাৱঁৰ সোণালী ৰাতিপুৱা—সূৰ্যোদয়। এতিয়া সি সূৰ্যোদয় চাবলৈ ভয় কৰে। সূৰ্যোদয় মানে এটা দিন—এটা গতানুগতিক দিন—মৃত্যুৰ দুৱাৰ-দলিলৈ আকৌ এটা খোজ। সেই বিৰক্তিকৰ গতানুগতিক দিনবোৰ, যন্ত্ৰণাময় মুহূৰ্তবোৰ যেতিয়া অতীত হৈ যায় তেতিয়াই হৈ পৰে সুন্দৰ, মোহনীয়।

সূৰ্যোদয়, সূৰ্য্যাস্ত, ৰাতি, দিন—এয়াইতো জীৱন। নতুনত্ব ক'ত? অথচ প্ৰতিটো প্ৰভাতেই অগতানুগতিক। তাৰ মাজতে লুকাই আছে নতুনৰ বীজ, উত্তৰণৰ প্ৰাণস্পন্দন। গতি।

আকৌ এটা দিন আৰম্ভ হ'ল। সূৰ্য্যৰ পোহৰ নপৰা, আকাশ নেদেখা, প্ৰাণচঞ্চল মহানগৰীৰ এই আবৰ্জনাময়, সস্তীয়া মদৰ দোকানী, বেশ্যা, বাদামৱালা, পকেটমাৰেৰে ভৰ্তি এই গলিকো ছুই গ'ল এটা দিনে। বিৰক্তিকৰ শব্দ কিছুমানেৰে গেলা মদৰ গোন্ধেৰে, ছুই-এখন ৰিক্সাৰ, ঘোঁৰাগাড়ীৰ টিলিঙাৰ শব্দৰে ভৰপূৰ হৈ মহানগৰীৰ কোলাহলৰ লগত মিলি গ'ল পানীৰ টেপৰ কাষত বৈ বৈ কিছুমানে বিৰক্তিত, কিছুমানে হাঁহি হাঁহি কথা পাতি, কিছুমানে ওচৰৰ প্ৰকাণ্ড শিলচটাত কাপোৰ ধুই—এটা ৰাতিপুৱা অহাৰ খবৰ দিছিল। যোৱা ৰাতি যেন ইয়াত একো হোৱা নাছিল।

ৰামৰতনে মদৰ নিচাত চিঞৰি চিঞৰি গালি পাৰি ঘৈণীয়েকক মৰা নাছিল। আকবৰ-মদনহঁতে চুলাই মদ বিক্ৰী কৰা নাছিল—

হাছিনা, চম্পা, ৰেখাহঁতে চন্দ্ৰবাবু, ৰমেশ ঠিকাদাৰহঁতক দেহটো সপি দিয়া নাছিল। চিনেমাৰ টিকেট ব্লেক কৰা ৰামু, চন্দন, দিলীপহঁতে যেন মুখত মদৰ গোন্ধ লৈ আহি সিহঁতৰ উলঙ্গ দেহত কোনো অত্যাচাৰ কৰা নাছিল। আৰু দীপাংক নামৰ ছবি আঁকা মানুহজনেও যেন উজাগৰে থাকি—চিগাৰেটৰ পিছত চিগাৰেট জ্বলাই ছবি আঁকা নাছিল। টেপৰপৰা বাল্টিত পানী ভৰাই থকা হাছিনাই মুখত ৰমেশ ঠিকাদাৰৰ দাঁতৰ কামোৰৰ দাগ লৈ চম্পাক হাঁহি হাঁহি কিবা কৈছিল—যেন সিহঁতে একো হেৰুওৱা নাই!

বাদামৰালা শংকৰ নামৰ সৰু ল'ৰাটো হিন্দী গীতৰ কলি গুণগুণাই গুণগুণাই গলিৰ মাজত অদৃশ্য হৈ গ'ল। ৰামৰতনৰ ঘৰৰ পাছফালেদি বোধহয় ৰেললাইন ওলাবগৈ। ৰেল ষ্টেচনলৈ যোৱা এইটোৱেই চমু ৰাস্তা। কাম কৰা মানুহবোৰে চুৰ্তি মাৰি হাত চাপৰি মাৰি মাৰি কেতিয়াবাই কামলৈ ওলাই গ'ল। ফটা ফ্ৰক পিন্ধা, পাছফাল নোহোৱা হাফপেণ্ট পিন্ধা, উলঙ্গ, অৰ্দ্ধ-উলঙ্গ—ভূতৰ দৰে ক্ষীণ, ক'লা ল'ৰা-ছোৱালীবোৰে ইতিমধ্যে ডাষ্টবীন ড্ৰেইনৰপৰা বুটলি অনা কাগজ, আধাখোৱা ৰুটি, ভঙা পুৰণি এড্‌ভাৰটাইজৰ ছবি, পেলাই দিয়া ছিগা হাৱাই চেণ্ডেলৰ অৱশিষ্ট অংশ কঢ়িয়াই, কাজিয়া কৰি, হাঁহি-খিকিন্দালি কৰি উভতি আহিল। ঢল পুৱাতে সিহঁত ওলাই যায়। ন-দহ বজাত এনেদৰে উভতি আহে। ডুপৰীয়া, বুটলি অনা দালি-চাউল, পঁচা আলুগুটি, পিয়াঁজ—কেতিয়াবা সুবিধা পালে চুৰি কৰি অনা ডুই-এটা বেঙেনা-বিলাহী-আলুৰে খিচিৰি ভাত ৰান্ধে। ফটা টায়াৰ জ্বলাই ভাত ৰান্ধে। ভগা ঢাৰি, ফটা থৈলা, ফটা প্লাষ্টিক পেপাৰ, চাহপাতৰ পুৰণি পেটিৰে বনোৱা গুহাৰ দৰে ঘৰ নামৰ বস্তুবিলাক টায়াৰ পোৰা জুইৰে ক'লা হয়। শীত কালত সিহঁতৰ হাত-মুখ ফাটি চিৰিলা চিৰিলি হয়—কাৰণ গোটেই ৰাতিটো ঠাণ্ডাৰ কাৰণে, কাপোৰৰ অভাৱত থৈলা ব্যৱহাৰ কৰে, পুৰণি তেল-চিটিকা লগা কাপোৰ-কানি সাৰটি অলপ সময়ৰ কাৰণে টোপনি

যায়। আকৌ সাৰ পাই ফটা টায়াৰ, হাৱাই চেণ্ডেলৰ ছিগা ফিটা জ্বলাই শীতক নিয়ন্ত্ৰণ কৰে। কিছুমানে মদৰ নিচাত বেহুচ হৈ নঙঠা হৈয়ে শুই থাকে। এনেদৰে ইয়াৰ জীৱন-যাত্ৰা অতি-বাহিত হয়।

গলি পাৰ হ'লেই প্ৰকাণ্ড প্ৰকাণ্ড অট্টালিকা। সেইখন এখন বেলেগ জগত—টকা-পইচা, ফোন, গাড়ীৰ হৰ্ণ, চিগাৰেট, কফি, চাহ, ব্ৰেণ্ডি, হুইস্কি, কোল্ড ড্ৰিংকছ, পিয়লাৰ থন্ থন্ শব্দ, নাৰীৰ হাঁহিৰে ভৰপূৰ এখন যেন বেলেগ জগত। ভৌগোলিক সীমাৰেখা তাত নাই—অথচ যেন এখন প্ৰকাণ্ড অদৃশ্য প্ৰাচীৰে সিহঁতক আৰু গলিৰ ইহঁতক পৃথক কৰি ৰাখিছে! হাছিনা, চম্পা, আকবৰ, উজ্জ্বল, দীপাংক, দিলীপ, চন্দন, ৰামুতকৈ অট্টা-লিকাত বাস কৰা মেজিষ্ট্ৰেট বৰুৱাৰ পিক্‌নিক্ খাবলৈ গৈ সত্যব্ৰত চলিহাৰ লগত দুদিন নিখোজ হোৱা ছোৱালী মনালিছা, মন্ত্ৰী ধ্ৰুৱজ্যোতি চৌধুৰীৰ মদপী পুতেকে চিনেমা হলত বহি অসহায় গাৱঁৰ গাভৰুৰ ব্ৰেছিয়াৰ ফালি লৈ অহা অঞ্জনজ্যোতি, চোৰাং বেপাৰী নন্দলাল, ঠিকাদাৰ সত্যৰঞ্জন দেৱশৰ্মা চাৰিত্ৰিক দিশৰ পৰা কোনো গুণেই উচ্চ নাছিল। তথাপিতো প্ৰাচীৰ মান-সম্ভ্ৰমৰ, আভিজাত্য ঐশ্বৰ্য্যৰ অহংকাৰৰ—আনফালে বিক্ত নিঃস্ব সম্বলহীন—জীৱন সংগ্ৰামত, জীৱনৰ ইচ্ছা-অনিচ্ছাক বিক্ৰী কৰি, বিবেকক 'চুইচাইড্' কৰাই জীয়াই থকা এই গলিৰ এই মানুহবোৰ—যাৰ বাবে জীৱন এটা শেষ নোহোৱা নিষ্ফল যন্ত্ৰণাকাতৰ প্ৰাৰ্থনা।

সি সাৰ পাইছিল কেতিয়াবাই। এলাহতে বিচনাত পৰি খিৰিকীখন খুলি দি বাহিৰৰ ৰাতিপুৱাটোৰ বুকুত কিবা এক অগতানুগতিকতা বিচাৰিছিল। এটা দিন আৰম্ভ হৈছিল। দুঃস্বপ্নৰ দৰে যেন দিনবোৰ পাৰ হৈ যায়। ৰাতি আহে, হতাশাৰ মাজুলীত অনিশ্চয়তাৰ, শংকাৰ, পৰাজয়ৰ গ্লানিয়ে প্লাৱন আনে। এনে-দৰেইতো কিমানদিন পাৰ হৈ গ'ল! গাৰুৰ তলৰপৰা খেপিয়াই মুখত বিৰি এটা গুজি ললে। স্বয়ংক্ৰিয়ভাৱেই জ্বলি উঠিল

জুইশলাৰ কাঠিটো। বিৰিৰ ধোঁৱাখিনি উৰি যাব নোৱাৰি ভুলতে কোনোবা সুৰুঙাৰে ঘনচিৰিকা চৰাই আহি বাহিৰলৈ ওলাই যাব নোৱাৰাৰ দৰে ঘূৰি ঘূৰি লাহে লাহে খিৰিকীৰ ওপৰৰ ভঙা জোলোঙাৰে উৰি গ'ল। ওচৰৰ শান্তনুৰ বিচনাখনৰ ওপৰত খেৰকুটা, এলান্ধু পৰি, কিতাপ-কাগজেৰে ভৰ্তি মলিয়ন বিচনাখনে সকিয়াই দিলে এইখন বিচনাত মানুহজনে বহুদিন শোৱা নাই।

সূৰ্য্যৰ পোহৰ নপৰা, আকাশ নেদেখা আফ্রিকাৰ জংঘলৰ দৰে, গুহাৰ দৰে বিবৰ্ণ, ভগ্নপ্ৰায় ঘৰটোলৈ এটা প্ৰভাত আহিল। এটা দিন আহিল। আৰম্ভ হ'ল আকৌ গতানুগতিক জীৱন-যাত্ৰা। ভাৰাঘৰ বুলিয়েই মালিকৰ খবৰ নাছিল আৰু সিহঁত নাথাকিলেও যে অন্য মানুহৰ অভাৱ এই চহৰখনত নাই সেই কথা উপলব্ধি কৰি মালিকে কৰা উদাসীনতাৰ (সুবিধা গ্ৰহণ) সুযোগ লৈয়ে পুৰণি মকৰাৰ নতুন পোৱালিয়ে নতুন জাল তৈয়াৰ কৰিছিল। সিও এনেদৰে এটা মৃত অতীত, বিষণ্ণ পুৰণিৰ বুকুতে নতুনক লৈ জীয়াই আছে। জীয়াই থাকিবলৈ শান্তনুৱে তাক নতুন উৎসাহ দিছে। প্ৰেৰণা দিছে।

কেনভাছত আধাআঁকা ছবিখনলৈ চাই থকা তাৰ চকু দুটা হঠাতে উজ্জ্বল হৈ পৰিল। তাৰপৰা আকৌ চকুৰ দৃষ্টি ঘূৰাই আনি সুৰঙ্গৰ দৰে সৰু খিৰিকীৰ ফ্ৰেমত চকু থলে। এটা খালী 'বেবীফুড'ৰ টিন মামৰে ধৰিছে। হাঁহি থকা নোদোকা কেঁচুৱাৰ ছবিটো ক'লাকচুৰ পুৰণি আধা কেঁচা আধা হালধীয়া পাতটোৱে টিনটোৰ অৰ্দ্ধেক অংশ ঢাকি ৰাখিছে—হাঁহি থকা মুখখন নেদেখি। এক অসহায় অহৈতুকী শূন্যতাৰ মাজত সি কিছুসময় মৌন হৈ ৰ'ল। বিৰিৰ ধোঁৱাখিনি উৰুৱাই দি ঘৰটোলৈ চালে—বিচনাৰ তল, ঘৰৰ চুক সকলোতে আবৰ্জনা। ভগা বটল, খালি ৰঙৰ টিন, ব্ৰাছ ভঙা ঠাৰি, হাৰাই চেণ্ডেলৰ ছিগা ফিটা, আৰ্ট পেপাৰৰ টুকুৰা, আধাআঁকা ছবি, খালি হৈ যোৱা চিগাৰেট জুইশলাৰ বাহ, আধাপোৰা বিৰি-চিগাৰেটৰ টুকুৰা, 'বৰ্ণালী' নামৰ মাহেকীয়া

কবিতা আলোচনীখনৰ 'কবিতা' শব্দটোৰ 'ক' আখৰৰ কাণ নোহোৱা অংশটোৰ সৈতে ডালমুট খাওঁতে অনা কাগজ টুকুৰা, ভগা কাপটো এনেদৰে যে কিমানদিন সেই কোঠাটোত সোমাই সিহঁতৰ অস্তিত্বৰ সাক্ষী বহন কৰি আছে ! আজি চাফ্ কৰিব লাগিব। নাই নালাগে, আকৌ লেতেৰা হ'ব—প্ৰয়োজন নাই।

ঘৰটোৰ বাসিন্দা দুজন। সি আৰু তাৰ কলেজীয়া জীৱনৰ অন্তৰঙ্গ বন্ধু শান্তনু। শান্তনু ৰাজনীতি কৰা মানুহ। তাৰ থকা-খোৱা-লোৱাৰ হিচাপ নাই। ৰ'দ, বতাহ, বৰষুণে টলৌ টলৌকৈ কান্ধত কাপোৰৰ বেগখন লৈ ঘূৰি ফুৰে।

দেউতাকৰ মৃত্যুৰ পিছত একপ্ৰকাৰ জোৰ কৰিয়ে শান্তনুৱে তাক এইখন চহৰলৈ লৈ আহিছিল। সিয়ে প্ৰথমতে চাইনবোৰ্ড, থিয়েটাৰ, সংগীত সন্ধিয়া, মেল-মিটিং আদিৰ পোষ্টাৰ লিখা কামবোৰ সংগ্ৰহ কৰি তাক দিছিল। শান্তনুৰ অকৃত্ৰিম বন্ধুত্ব, অনুপ্ৰেৰণা, উৎসাহে তাক জীয়াই থাকিবলৈ প্ৰেৰণা দিছে। কি ল'বা কি হ'ল ! ইংৰাজী সাহিত্যৰ ছাত্ৰ। এম. এ. প্ৰিভিয়াছ পাছ কৰি নামিল ৰাজনীতিত। জড়িত হৈ পৰিল শ্ৰমিক সংগঠনৰ লগত। সি আগতকৈ ক্ষীণাইছিল। তাৰ উকা বিচনাখনলৈ চাই সি ভাবিলে, শান্তনু ওলাই যোৱাৰ আজি কিমান দিন হ'ল--পাঁচদিন নে ছদিন ? শুক্ৰ, শনি, দেও··· আজি বুধবাৰ, হয় ছদিনেই হ'ল। শান্তনু যে ইমানদিন অনুপস্থিত তাক ভাবিহে সি অনুভৱ কৰিলে—উপলব্ধি কৰিলে--সি সঁচাকৈয়ে বৰ নিঃসংগ !

তেল চিটিকনি পৰি মলিয়ন হৈ থকা গাৰুটোত কিলাকুটিটো গুজি দি গালত হাত এখন থৈ অন্যমনস্কভাৱে সি বাহিৰলৈ চালে। বেবীফুডৰ খালী টিনটোৰ ওপৰত, খেমালিতে কোনোবা দুষ্ট ল'ৰাই ধৰি ডিঙিত ৰঙামণি আঁকি দিয়া কাউৰী এজনী ক'ৰবাৰপৰা উৰি আহি ড্ৰেইনত পেলাই দিয়া আধাখোৱা ৰুটিৰ টুকুৰাটো মহা আনন্দৰে ভক্ষণ কৰি আছে।

বাহিৰত ৰ'দ প্ৰখৰ হৈ আহিছিল। উজাগৰী নিশাৰ ক্লান্তি আৰু বিৰক্তিবোধ ৰ'দৰ ঘ্ৰাণত, কোলাহলমুখৰ প্ৰাণচঞ্চল ব্যস্ততাৰ মাজত আকৌ সক্ৰিয় হৈ উঠিল। নিশাবোৰ ইমান সুন্দৰ অথচ ইমান যন্ত্ৰণাৰে ভাৰাক্ৰান্ত! এই যে লাগবান্ধ নোহোৱা চিন্তা —কেৱল চিন্তাৰ মাজত সি ডুবি আছে। আক্ৰোশত, উত্তেজনাত মাজে মাজে হিংস্ৰ হৈ উঠে, বন্য হৈ উঠে। 'মানুহ' শব্দটো উচ্চাৰণ কৰাৰ লগে লগে এক প্ৰচণ্ড ঘৃণাই তাৰ সমগ্ৰ মনটো আচ্ছন্ন কৰি তুলিলে। কেনৃভাছত সি অঁকা 'সভ্যতাৰ বিজয় স্তম্ভ' নামৰ ব্যঙ্গাত্মক 'অইল পেইণ্ট'খনলৈ এনেয়ে এবাৰ চালে। পিকাছোৰ 'গোৰেৰ্নিকা'খন দেখাৰ পিছত সি উপলব্ধি কৰিলে তাৰ ছবিখনৰ ৰঙৰ ব্যৱহাৰ আৰু উজ্জ্বল হোৱাৰ প্ৰয়োজন আছে। সেই নীলাখিনি নিদিলে—কেক্‌টাছডাল নিদিলে যে ছৰ্বিখন অসম্পূৰ্ণ হৈ ৰ'ব। কেনভাছত অংকিত নাৰী গৰাকীয়ে চিঞৰি চিঞৰি তাক যেন ক'লে: 'দীপাংক তুমি ইমান সুন্দৰ আভৰণেৰে মোক অংকিত নকৰিবা—মোক নগ্নকৈ আঁকিবা। মই কোনো মাতৃ নহয়, মই বেশ্যা।' তাক যেন আকৌ কোনোবাই কাণে কাণে কৈ গ'ল: নহয় দীপ, বেশ্যা আৰু মাতৃৰ মাজত কোনো পাৰ্থক্য নাই—নাৰী। বেশ্যাই মাতৃ হয়, আৰু মাতৃ হোৱাৰ বাবেই······ চকুযুৰি সাইলাখ তাৰ মাকৰ দৰে কৰুণ। কেন্‌ভাছত অংকিত সেই নাৰীমূৰ্তি মহিমামণ্ডিত মাতৃৰূপত জিলিকি উঠিল—সেই মুখ তাৰ মাকৰ, সেইখন বকুলগুৰি গাঁৱৰ পৰমানন্দ মাষ্টৰৰ পত্নী নিৰুপমাৰ মুখ।

## দুই

অৰণ্যৰ কথা ক'লে যেনেদৰে শাৰী শাৰী সেউজ বৃক্ষৰ প্ৰতিচ্ছবি মনত জিলিকি উঠে, বকুলগুৰিৰ কথা ক'লেও তেনেদৰে ঘপহকৈ মনত পৰে পৰমানন্দ মাষ্টৰৰ কথা, আক্ৰামুদ্দিন মৌলবীৰ কথা।

আহঁতগুৰি ষ্টেচনৰপৰা পাঁচ মাইল দূৰৈৰ শিমলু, পাকৰী, আহঁত, কদম, বাঁহ, তামোল-পাণেৰে ভৰা বকুলগুৰি গাৱঁক ছুই গৈছে কালদিয়া নদীৰ সোঁতে।

নৈৰ পাৰত কঁহুৱা ফুলে, ঝাউবনৰ মাজে মাজে গাইগৰুৱে পোৰালি হেৰুওৱা বুলি হেম্বেলিয়ায়। নৈপাৰৰ বগৰী গছত ডাল ভৰি বগৰী লাগে। ইপাৰৰ গৰখীয়া ল'ৰাই সাঁতুৰি সিপাৰৰ বালি চাপৰিত বহি বগৰী খায়। নৈৰ পাৰে পাৰে বিৰিণা, কঁহুৱা, উলুৱনিৰ মাজে মাজে গৰু-ছাগলী চৰে। বানপানীৰ পিছত এই নদীয়েদি জাকে জাকে ভাঙোন, ৰৌ, ভকুৱা মাছৰ জাউৰ আহে। ন-পানী পাই মৰা সুঁতিৰ পাৰৰ দলনিত নতুন ঘাঁহ লহপহকৈ বাঢ়ি আহিলে মাটিখোৱা বিজাৰ্ভৰপৰা পালে পালে ম'হ আহে। গৰখীয়াৰ পেঁপাৰ মাতত বাঁহীৰ সুৰ নৈৰ বুকুত প্ৰতিধ্বনিত হয়। নৈৰ ঘাটত গাৱঁৰ গাভৰুৱে পানী ভৰাবলৈ গৈ নিজৰ প্ৰতিবিম্ব চাই মগ্ন হৈ উচপ্ খাই উঠে—ক'ৰপৰানো বাঁহীৰ সুৰটো উৰি আহিছে! নদীৰ পানী হেঙুলীয়া কৰি বেলিটো সিপাৰৰ বিশাল পথাৰখনৰ বুকুত লুকাই পৰে। গৰু-বাটেৰে ধূলি উৰুৱাই মানুহ আহে, গৰু আহে পথাৰৰপৰা, বিৰিণা-উলুৱনি, ঝাউবনৰ মাজৰপৰা। কালদিয়াৰ বুকুৰপৰা সন্ধিয়াৰ বতাহ আহি বকুলগুৰিৰ কৰ্মক্লান্ত জীৱনত শান্তিৰ পৰশ ঢালি দিয়ে। নক্ষত্ৰৰে মহিমামণ্ডিত আকাশৰ অজস্ৰ তৰাই বাঁহৰ আগেদি লুকাভাকু খেলে।

বুঢ়া ককাদেউতাই চোতালৰ ঢাৰিত বহি নাতিয়েকক কমলাকুঁৱৰীৰ সাধু কয়, জলকুঁৱৰীৰ সাধু কয়। টোপনিক খেদি খেদি জলকুঁৱৰীয়ে নাতিয়েকৰ মুখত বিস্ময়, আনন্দৰ প্ৰলেপ সানি দিয়ে। 'পানীৰ তলৰ কাৰেংঘৰত জলকুঁৱৰী থাকে নহয় ককা?' হয়তো কোনোবাই প্ৰশ্ন কৰে। 'কমলাকুঁৱৰী কোন আইতা?' অজস্ৰ প্ৰশ্ন। এই প্ৰশ্ন এদিন সৰুতে পৰমা মাষ্টৰেও আইতাকক সুধিছিল—অজস্ৰ প্ৰশ্ন। অফুৰন্ত কথা, ক'ত যে লুকাই আছে ইমান কথা! পৰমা মাষ্টৰৰ এই উৎসুকতা দেখি বুঢ়ী আইতাকে নিজৰ পুতেকক কৈছিল: বোপা ৰজনী! ইচৰে ভালে-কুশলে ৰাখিলে তোৰ ল'ৰাই এদিন বকুলগুৰি গাৱঁৰ মুখ পোহৰ কৰিব! শিশু পৰমানন্দৰ পিতৃ ৰজনী কাকতিয়ে মাকৰ কথা শুনি মাথো হাঁহিছিল—নিজৰ পুত্ৰৰ উজ্জ্বল ভৱিষ্যতৰ কল্পনাত বিভোৰ হৈ।

ঘড়ীৰ কাঁটাবোৰ দৌৰিয়ে আছে। অনন্ত সময়। কালদিয়া নদীৰ সোঁতৰ দৰে—লুইতলৈ বৈ যোৱা শেষ নোহোৱা পানীৰ দৰে।

বুঢ়ী আইতাকৰ শ্মশানত পলস পৰি তাত আকৌ নতুন জোপোহা বগৰী ফুলিছিল—শিমলু ফুলি সৰি গৈছিল। সোণাখাইতী ঘাটৰ প্ৰকাণ্ড পাকৰী জোপাও এদিন গৰা-খহনীয়াত প্ৰথমে হাউলি পৰি শেষত যুদ্ধক্ষেত্ৰত বাগৰি পৰা সৈন্যৰ দৰে নৈৰ গৰাত শুই পৰিল। খৰালি গৰখীয়া ল'ৰাই ঠাল-ঠেঙুলি কাটি খৰি কৰি লৈ গ'ল।

প্ৰকাণ্ড গা-গছডাল তেনেদৰে পৰি থকাত গাৱঁৰ আক্ৰামুদ্দিন মৌলবী, গাৱঁৰ সকলোৰে মৌলবী খুৰা আৰু এল-পি স্কুলৰ মাষ্টৰ পৰমানন্দ কাকতিয়ে ৰাইজৰ লগত আলোচনা কৰি গছডাল ডাকত দি বিক্ৰী কৰি দিলে—নগদ চাৰিকুৰি দহ টকাত। ৰত্নেশ্বৰ মণ্ডলে নৈৰ পাৰতে কাঠফলা কৰতীয়া মানুহ লগাই তক্তা কৰি ফালি উলিয়াই সোতৰ নে ওঠৰ বাৰ ম'হৰ গাড়ীত তুলি লৈ গ'ল। বকুলগুৰিৰ সোণাখাইতী ঘাটত ইমান বছৰে অজেয় বীৰৰ দৰে থিয় হৈ থকা প্ৰকাণ্ড পাকৰী জোপাই—নৈৰ ঘাট

শূন্য কৰি ৰত্নেশ্বৰ মণ্ডলৰ ঘৰত সোমাল। পৰি থাকিলেও এটা কথা আছিল, হওক তেও অন্ততঃ গছ জোপা আছিল।

এতিয়া কাটি ছিঙি লৈ যোৱাৰ পিছত গাৱঁৰ বোৱাৰী-জীয়ৰী, ডেকা-বুঢ়া সকলোৰে সোণাখাইতী ঘাটটো নিস্প্ৰাণ মৌনতাত ডুব গৈ থকা যেন লাগিল।

নিজান দুপৰীয়া আহি আগতে ৰ'দৰ তাপত গৰু-ছাগলীয়ে জিৰণি লৈছিল। জিৰ্‌জিৰকৈ বলা বতাহৰ ছাঁত গাৱঁৰ মানুহে গৰম কালি বহি কীৰ্তনৰ পদ শুনিছিল। ভীমচৰিত শুনিছিলঃ

ভীমে বোলে আই মই কথা কহোঁ ভাঙ্গি।
নিতে মোক লাগে জানা, ভাত সাত সাঙ্গি॥
ব্যঞ্জন যোগায় জানা নাৱ সাত কুন্দা।
পাছে জানো ঘৰত লাগয় খোকা খুন্দা॥...

বুলি নাৰায়ণ পাঠকে সুৰ লগাই পঢ়া ভীমচৰিত শুনিছিল। "উঠা উঠা এ চান্দ বয়ন, অ' হৰি পদ্ম-নয়ন পুহাইল নিশি, মেলা ধেনুগণ, উঠা উঠা হৰি"—জাগৰণী গীতৰ সুৰে সুৰে বকুল-গুৰিৰ সোণাখাইতী ঘাটলৈ ৰাতিপুৱা আহিছিল। চৰাইৰ কিচিৰ্ মিচিৰ্ শব্দত সৰৱ হৈ পৰিছিল পাকৰী গছজোপা। গছ জোপাই গুটি ধৰি পকিলে জাকে জাকে ৰং-বিৰঙৰ চৰাই উৰি আহি গুটি খাইছিল।

বকুলগুৰি গাৱঁৰ নামঘৰ আৰু মছজিদৰ দৰে অবিচ্ছেদ্য অংগ স্বৰূপ পাকৰী গছজোপাৰ শেষ স্মৃতি হেৰাই যোৱাৰ বেদনাত অজানিতে মনে মনে সকলোৱে কান্দি উঠিছিল যদিও মণ্ডলে দিয়া নব্বৈ টকা কি কৰিব এই লৈ এখন খণ্ড-যুদ্ধ আৰম্ভ হ'ল। হৰেণ, জীৰেশ্বৰ, ৰমাকান্তহঁতে দপ্‌দপাই উঠিল—ইয়াৰ ফুটা কড়ি এটাও আমি অইনক নিদিওঁ; আমাৰ নামঘৰৰ নতুন খুটা লগোৱা কামত খৰচ কৰিম, নহলে গছ বিক্ৰী কৰা নহ'ব। এই কথাই প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে—আব্দুল, কৰিম, ইয়াকুবহঁতেও চিঞৰি চিঞৰি ক'লে, 'ইয়াৰ সমানে আধা টকা আমাৰ মছজিদৰ

নামন্তো দিব লাগিব।' মৌলবী, পৰমা মাষ্টৰ আদিয়ে সিহঁতক উত্তেজিত নহবলৈ বাৰে বাৰে অনুৰোধ কৰিলে। ৰত্নেশ্বৰ মণ্ডলে তলে তলে উদণ্ডীয়া ল'ৰাকেইটাক এনেদৰে নামঘৰ, মছজিদৰ কথা কৈ ধৰ্মৰ গোড়ামীলৈ উচটাই দিছিল—যাতে কম টকাতে গছডাল কিনিব পাৰে। সিহঁতৰ বাক-বিতণ্ডাই চৰম মুহূৰ্ত পোৱাৰ আগতে পৰমা মাষ্টৰ ৰাইজৰ আগত থিয় হ'ল। মৌনতা।

ঃ ৰাইজ, বকুলগুৰিৰ মাজত আজি এনেকুৱা বিভেদৰ ভাব দেখি আমি দুখিত হৈছোঁ। আমাৰ নামঘৰ যেনেদৰে অতি আদৰৰ বস্তু তেনেদৰে মৌলবীহঁতৰ মছজিদো আদৰৰ। সোণাখাইতীৰ ঘাটো হিন্দু-মুছলমানৰ সমূহীয়া ঘাট। আৰু আপোনালোকে চিন্তা কৰক, পাকৰী গছজোপা জানো আপোনালোকৰ আদৰৰ বস্তু নহয়! ইয়াৰ চাঁত আমি সকলোৱে এদিন জিৰাইছিলোঁ। ইয়াৰ তলতে ৰবাব টেঙাৰ বল খেলিছিলোঁ—ই আমাৰ বাবে সমূহীয়া বস্তু। গতিকে, মই—ৰাইজ এটা কথা কব বিচাৰিছোঁ—ৰাইজে কথাটো বিবেচনা কৰিব—আমি মানে বকুলগুৰিৰ ৰাইজে সেই টকাৰে আমাৰ ভাগি থকা 'জ্ঞানদায়িনী পুথিভঁৰাল'টো মেৰামতি কৰাহে উচিত কাম হ'ব বুলি ভাবোঁ—নহয়নে মৌলবী, তুমি কি কোৱা?

মৌলবীয়ে দীঘল ডাঢ়িকোছা পিহি পিহি শিশুৰ দৰে মুখত লাগি থকা হাঁহিটোৰে ৰাইজক উদ্দেশ্য কৰি ক'লেঃ মোৰ আদৰৰ বকুলগুৰিৰ ৰাইজ, আমি হিন্দু মুছলমান হ'লেও বহুদিনৰপৰাই একেখন গাৱঁতে আছোঁ,—একেখন নৈৰ পানী খাই একে নৈৰ ঘাটতে সাঁতুৰি ডাঙৰ-দীঘল হৈছোঁ যেতিয়া পৰস্পৰে আমি ভাই ভাই। মই হিন্দু মই মুছলনান বুলি নিজৰ মাজতে এনেদৰে দন্দ-খৰিয়াল কৰি থাকিলে আমাৰ একো লাভ নহয়—বৰং আমাৰ শত্ৰুৱে লাইহে পাব। পুথিভঁৰাল জ্ঞান-বিজ্ঞানৰ মন্দিৰ-মছজিদ, ইয়াৰ দ্বাৰাই বকুলগুৰি অঞ্চলৰ সকলোৱে উপকৃত হ'ব। গতিকে আমি ভাগি থকা পুথিভঁৰালটো মেৰামতি কৰাটোহে ভাল হ'ব।

মৌলবী খুৰাৰ কথা শুনি সকলোৱে হাত চাপৰি মাৰি সমৰ্থন

কৰিলে। আব্দুল-কৰিম-জীৰেশ্বৰ-হৰেণহঁতৰ এতিয়া নিজকে বৰ মুৰ্খৰ দৰে লাগিল। সিহঁত আটাইকেইজনে একেলগে ৰাইজৰ আগত আঠু লৈ ক'লে—ৰাইজে যেন সিহঁতক ক্ষমা কৰে—নজনাৰ বাবেহে আঁকোৰগোজ হৈ সিহঁতে এনেদৰে কৈছিল। আৰু কিবা ক'ব বুলি ৰত্নেশ্বৰ মণ্ডলে হৰেণলৈ চকু টিপ্ মাৰি দি খৰখেদাকৈ আহি এখন শটকীয়া নোট শৰাইত থলে আৰু ক'লেঃ গছডালৰ দাম যদিও চাৰিকুৰি দহ টকা, আৰু দহ টকা মই বকুলগুৰিৰ জ্ঞানদায়িনী পুথিভঁৰাললৈ দান কৰিলোঁ। হৰেণ-জীৰেশ্বৰহঁতে শুনা-নুশুনাকৈ ৰত্নেশ্বৰ মণ্ডলক লক্ষ্য কৰি ক'লে—সিয়ে ইপিনে গছত উঠিব দি এতিয়া গুৰিত ঘা মাৰিছে, ৰাইজৰ আগত দাতাকৰ্ণ হৈ দেখুৱাইছে। জীৰেশ্বৰৰ এনেকুৱা লাগিল সি যেন চিঞৰি চিঞৰি কৈ দিব এই সকলোবোৰ ৰত্নেশ্বৰ মণ্ডলৰে চক্ৰান্ত—হঠাৎ মনত পৰিল মণ্ডলক সি চাৰিকুৰি দহ টকাতকৈ বহু বেছি টকা দিবলৈ আছে। পৰমা মাষ্টৰে ৰত্নেশ্বৰ মণ্ডলৰ সকলো কাণ্ড-কাৰখানা আগতে গম পাইছিল। মৌলবীয়েও আগদিনাখন সন্ধিয়া বছিৰ দোকানীৰ বেঞ্চত বহি গুড়গুড়িটোত টান দি থাকোঁতে কোনোবাই আলোচনা কৰা শুনিছিল—ৰত্নেশ্বৰ মণ্ডলে কৈছে হেনো—পাকৰী গছ বেচি পোৱা পইচাখিনি নামঘৰতহে খৰচ কৰিব।

ৰাইজ উঠি দিহাদিহি ঘৰলৈ গ'ল। উকা সোণাখাইতীৰ ঘাটলৈ উভতি চাই চাই গছডালৰ কথাকে আলোচনা কৰি ঘৰলৈ খোজ ললে।

পৰমা মাষ্টৰৰ লগত কথা পাতি মৌলবীও মাষ্টৰৰ ঘৰলৈ আহিল। নঙলামুখত মাষ্টৰৰ ঘৈণীয়েক নিৰুপমাই জীয়েক সাবিত্ৰীৰ সতে বৈ আছিল। গিৰিয়েক আৰু মৌলবীক দেখি নিৰুপমা ঘৰৰ ভিতৰলৈ গ'ল। সাবিত্ৰীয়ে দৌৰি গৈ পিতাকক সাৱটি ধৰিলে।

চ'ৰাঘৰতে মৌলবীক বহিব দি মাষ্টৰ ঘৰৰ ভিতৰলৈ আহিল। অলপ পিছতে হাৰিকেন এটা জ্বলাই আনি মেজত থলে। দুয়োজনে আকৌ কথা পতাত ব্যস্ত হ'ল।

নামঘৰৰপৰা ডবা-কাঁহ-শংখৰ মাত, মছজিদৰপৰা আজানৰ সুৰ একেলগে বতাহত উটি আহি বকুলগুৰি গাৱঁৰ এটা সন্ধ্যাক স্বাগতম্ জনালে।

ৰবঘৰত ডাঙৰ পুতেক দীপাংকই ৰবাব টেঙাৰ বল খেলি আহি, ধূলি-মাকতিৰে লেটি লৈ ঘৰলৈ আহি, গামোচা এখন লৈ নৈৰ ঘাটলৈ দৌৰ দি গা ধুই অলপ আগতে আহি ঢাবি এখনত বহি পূৰণৰ নেওতা মুখস্থ কৰি আছিল। পৰমা মাষ্টৰৰ ডাঙৰ সন্তান যদিও দীপাংক আছিল তৃতীয় সন্তান। আগৰ দুটা সন্তানে কলাজ্বৰ আৰু হাইজাত পৰি মৃত্যুবৰণ কৰিছিল। প্ৰথম সন্তান যোগানন্দ মৰিল সাত বছৰ বয়সত। দ্বিতীয় সন্তান ভবানন্দ মৰিল হাইজাত পৰি প্ৰায় একে বয়সতে। তৃতীয় সন্তান দীপাংকৰ আচল নাম আছিল সত্যানন্দ; কিন্তু মোমায়েক প্ৰভাতে ক'লে—এই ভাগিনৰ নাম দীপাংক থ'লো—ঘৰত মতা নাম হ'ল 'দীপ'। তেতিয়াৰপৰাই 'দীপ'—দীপাংক।

ইতিমধ্যে নিৰুপমাৰ চাহৰ পানী উতলি ভক্-ভকাইছিল। দীপাংক পঢ়াতে ব্যস্ত। পাঁচ একগুণে পাঁচ, পাঁচ দুগুণে দহ। পাঁচৰ ভাগটো মাতিবলৈহে সহজ—বাকীবোৰ ইমান যে টান! অংক, নেওতা, মৌখিকলৈ তাৰ ভীষণ ভয়। চৰাইৰ নাম, ফুলৰ নাম, ভূগোলৰ সংজ্ঞাহে সি বেছি ভাল পায়। শিয়াল আৰু কাউৰীৰ সাধু, 'সাহিত্য-সোপান' পঢ়ি খুব ভাল পায়। ছবি আঁকিব দিলে তাক আৰু একো নালাগে। পাঁচৰ ভাগ আধা মাতি থাকোঁতে হঠাতে তাৰ মনত পৰিল—"শুৱনি আমাৰ গাওঁখনি অতি শুৱনি গছেৰে ভৰা। ডাল ভৰি ভৰি লাগে ফল-ফুল কত পাওঁ তলসৰা।......"

টেকেলি মুখত দিয়া পিঠাৰে সৈতে দুটা বানবাটিত চাহ আনি মৌলবীলৈ চাই নিৰুপমাই ক'লে, 'চাহ খাওক'। মৌলবীয়ে 'ভাল বাৰু' বুলি কৈ ক'লে—ডাঙৰ বাপুৱে কি কৰিছে? তাক চোন মই আজি দেখাই নাই!

নিৰুপমাৰ মুখত মৌলবী খুৰাক অহাৰ কথা গম পাই —'চালত কোমোৰা লাউ জিকা ভোল'—বুলি চিঞৰি চিঞৰি কবিতা মাতি আহি মৌলবী খুৰাকৰ লগতে চাহ খাই থকা দেউতাকক দেখি হঠাতে অপ্রস্তুত হ'ল। 'মৌলবী খুৰা, মই পঢ়ি আছিলোঁ। ক'তা, তুমিচোন কুঁহিয়াৰ আনি দিম বুলি নিদিলা ?' মৌলবীয়ে হাঁহি হাঁহি তাক গালে-মুখে হাত ফুৰাই দি ক'লে : 'দেখিছা মাষ্টৰ ! তোমাৰ ল'ৰাৰ সকলো কথাই মনত থাকে। ডাঙৰ হ'লে আমি তাক ডাক্তৰি পঢ়ুৱাম—বুঢ়া বয়সত সি আমাক ইনজেক্চন দিব।—যোৱা পঢ়াগৈ দীপ।

পৰমা মাষ্টৰৰ মনত এটি ক্ষীণ আশাৰ প্রতিচ্ছবিয়ে দোলা দি গ'ল। 'ৰত্নেশ্বৰ মণ্ডলে এইবোৰ কি কৰিছে মাষ্টৰ ?'—হঠাতে সম্বিৎ ঘূৰাই মাষ্টৰে আকৌ সুধিলে : কি ? এই ৰত্নেশ্বৰ মণ্ডলৰ কথাকে কৈছোঁ। পৰৰ ভেটি খাই, সোণ, মাটি বন্ধকত লৈ অলপ ধনী হোৱা বাবে এতিয়া গুৰু-গোসাঁই মানিব নোখোজে। আজি যিটো নামঘৰ মছজিদ লৈ কাজিয়া—সেই সাম্প্রদায়িকতাৰ বীজ ৰত্নেশ্বৰ মণ্ডলে সিচি দিছে।

: মই জানো, ৰাইজক কিমানদিন এনেদৰে ফাঁকি দিব।

: আজি তাৰ স্বৰূপটো জীৰেশ্বৰ-হৰেণহঁতে বুজি পাইছে। মাষ্টৰে ক'লে।

: আমাৰ সেই বছিৰ দোকানীৰ লগত আজিকালি কিন্তু মণ্ডলৰ অহা-যোৱা বেছি হৈছে। মণ্ডলৰ ঘৰৰপৰা ৰাতি ৰাতি হেনো ম'হৰ গাড়ী ভৰ্তি কৰি ধান আহে বছিৰৰ ঘৰলৈ।—মৌলবীয়ে ক'লে।

: হব আৰু কি মৌলবী—দুয়োটা জুৱাচোৰ। দুয়ো একেলগে চোৰাং কাৰবাৰ কৰি, মাটি বন্ধকত ৰাখি, সোণ বন্ধকত ৰাখি গাৱঁৰ মানুহৰ সকলো লাহে লাহে লুটি লৈ গৈ পেৰা ভৰ্তি কৰি আছে। সিদিনা ন-চুবুৰীৰ ডিম্বেশ্বৰ আহি কান্দি-কাটি মোৰ আগত গোচৰ দিলে—ঘৈণীয়েকৰ অসুখৰ সময়ত গলপতা আৰু কাণফুলি বন্ধকত দি তিনিশ টকা লৈছিল। মটৰ গাড়ী ভাৰা

কৰি জিলাৰ হস্পিটাললৈ যাওঁতে, ঔষধ-পাতি কিনোতে দুশত-কৈয়ো বেছি টকা খৰচ হ'ল। তাৰ পিছত ৰোগীৰ পথ্য—দুই তিনিবাৰ জিলালৈ অহা-যোৱা খৰচ—ল'ৰা-ছোৱালীকেইটাৰ জাৰৰ কাপোৰ-কানি কিনোতে হেনো বাকী টকাকেইটাও শেষ হ'ল।

ঃ কি কৰিবা মাষ্টৰ, দিনবোৰ সঁচাকৈ সলনি হ'ব ধৰিছে।

ঃ যোৱা বাৰিষা হেনো চবকা লাগি তাৰ হালৰ গৰু এটাও মৰিল। কেতিয়াবা আনন্দ, কেতিয়াবা জয়কান্তৰপৰা খুজি-মাগি গৰু এটা আনি কোনোমতে শালি খেতিটো কৰিলে। বিহু আহি নৌ পাওঁতে ধানো শেষ হ'ল। সেইদিনা আহি গোটেই বেলাটো কান্দি-কাটি সি মোক বাৰে বাৰে কৈ গৈছে—মই হেনো কিবা এটি কৰি দিব লাগে। হাতত তাৰ কাঁহৰ সাঁজ-বাচন বিক্ৰী কৰা, নাকফুলি বেচা, ঘৈণীয়েকে হাঁহৰ কণী, পাৰ বিক্ৰী কৰি পোৱা টকাৰে সৈতে মুঠ দুশ টকাহে আছে। দুশ টকা লৈ গৈ ৰত্নেশ্বৰ মণ্ডলক ক'লে, বাকী এশ টকা আৰু সুদ যি হয়, সেইখিনি অহাবাৰ শালি খেতিৰ বতৰত ধানেৰে পৰিশোধ কৰিব। নহয় মাটি এবিঘাকে বিক্ৰী কৰি হলেও পইচাখিনি দি দিব। নাই মণ্ডল নাৰাজ--সুদে মূলে পাঁচশ টকা হৈছেগৈ। মাত্ৰ দুশ টকাত সি ডিম্বেশ্বৰক গহনাখিনি নিদিলে। গহনাখিনি হেনো বছিৰ দোকানীৰ তাতহে আছে। গতিকে এতিয়া সুদৰ দুশ টকা দি পিছত শালি খেতিৰ বতৰত ধান নাইবা টকা দি গহনাখিনি মোকলাই নিয়াৰ কথা কৈ সেই দুশ টকাও সুদৰ বাবদ কাটি ৰাখিলে। শেনটোৰ দৰে গৈ ফেঁচাটোৰ দৰে ডিম্বেশ্বৰ উভতি আহিল। হেৰৌ মানুহ হ'ল বুলিনো ইমান নিৰ্দয় হব লাগেনে? মৌলবীয়ে বিষণ্ণ দৃষ্টিৰে মাষ্টৰে কৈ যোৱা কথাবোৰ শুনি আছিল।

ঃ কি কৰিবা মাষ্টৰ, ইমান কষ্ট আৰু ত্যাগৰ বিনিময়ত স্বৰাজ আহিল। দেশ স্বাধীন হ'ল। ভাবিছিলোঁ৷ ৰাইজৰ অভাৱ-অভিযোগ দূৰ হ'ব কিন্তু নাই,—ধনী আৰু চোৰাং কাৰবাৰীৰহে ৰাজত্ব হ'ল। উপায় নাই মাষ্টৰ, এই বিভীষণৰপৰা ৰক্ষাও নাই!

বটাটোৰপৰা আৰু এখন তামোল মুখত ভৰাই মৌলবীয়ে ক'লে, 'দেৰিয়ে হ'ল মই যাওঁ। মাজু ছোৱালীজনীৰ কাহ আৰু জ্বৰ। পাৰিলে চক্ৰবৰ্তী কবিৰাজৰ তাতো এবাৰ সোমাই বড়ি দুটা-মানকে লৈ যাব লাগিব।'—হাৰিকেনটো হাতত লৈ মাষ্টৰে নঙলা-মুখলৈ ওলাই আহি মৌলবীক বিদায় দিলে।

বাঁহৰ মাজেদি অহা ফৰিংফুটা জোনাক গচকি গচকি নৈৰ পাৰৰ চমু বাটটোৰে ঘৰলৈ খোজ দিলে। বাটতে গৰু বিচাৰি ফুৰা মহীধৰক লগ পাই মৌলবীয়ে সুধিলে ঃ এই ৰাতি ক'লৈ গৈছিলি অ' মহীধৰ ?

ঃ অ' মৌলবী খুৰা, মই আকৌ অইন কোনোবা বুলিহে ভাবিছিলোঁ! এ নকব খুৰা—যোৱা কালিৰপৰাই খিৰতী কলী গাইজনী নাই, বনগাৰলৈ গৈছিলোঁ—তাৰ পাউণ্ডতে কিজানি আছে! ৰত্নেশ্বৰ মণ্ডল যিহে মানুহ, তাৰ খেতি-পথাৰৰ সীমাত গৰুৰ খোজ পৰিলেই পাউণ্ডত দিয়ে। ঃ যা যা, ৰাতি হ'ল, দিনে-পোহৰে ওচৰৰ গাওঁকেইখনত বিচাৰিলে পাবি—বুলি মহীধৰক এৰা-এৰি কৰি মৌলবীয়ে বেগাই খোজ দিলে।

এটা মিঠা চিনাকি গোন্ধ আহি মৌলবীৰ নাকত লাগিল। পাৰৰ শুকান বালিত পৰি থকা অজস্ৰ শিমলু ফুল গচকি গচকি মৌলবী গৈ থাকিল। এইটো বোধহয় ফাগুনৰ মাহ!

## তিনি

দৌল পূৰ্ণিমাত প্ৰতি বছৰে বকুলগুৰিৰ ৰাইজে ভাওনা কৰে। ফাগুন মাহৰ জোনাক ৰাতি নামঘৰৰ বাটচ'ৰাৰ মুখতে থকা ওখ ভেটিটোত অস্থায়ী 'ষ্টেজ' সাজি ভাওনা কৰা হয়। দৌল পূৰ্ণিমাৰ ৰাতি ভাওনা হোৱাটো বকুলগুৰি ৰাইজৰ বাবে উত্তৰাধিকাৰ সূত্ৰে পোৱা সম্পত্তিৰ দৰে।

নৈৰ পাৰৰ বগৰী সৰি শেষ হ'লে, বতাহত বাঁহৰ পাত সৰি পৰাৰ কেইদিনমান পিছতে শিমলু ফুলবোৰ ৰঙা ৰঙা হৈ ফুলে। বকুলগুৰিৰ মানুহক ফুলবোৰে যেন আগতীয়াকৈ কৈ যায়—ফাগুন আহিল, দৌল পূৰ্ণিমাৰ ৰাতিৰ ভাওনাৰো আখৰা চলিবলৈ বেছি দিন নাই। নৈৰ পাৰৰ আহঁত কদমৰ কুঁহিপাতত পৰি কুলিয়ে চিঞৰে। মন ৰিঙা কৰা এটা মিঠা গীতৰ ৰাগীত গোটেই গাওঁখন চঞ্চল হৈ পৰে।

এইকেইদিন নৰকান্ত বায়নৰ ব্যস্ততাৰ সীমা নাই। ভাওনাৰ সূত্ৰধাৰৰ ভাও লোৱা ইন্দ্ৰই নৈৰ ঘাটত, পথাৰত—য'তেই নাথাকক ত'তেই সেইকেইদিন ভাওনাৰ বচন মুখস্থ কৰি থাকিব। গাভৰুবিলাকে নৈত কাপোৰ ধুবলৈ গৈ বিহুগীত, বনঘোষাৰ গীত-পদ গাই ইজনীয়ে সিজনীক জোকাব। গৰখীয়াৰ পেঁপাৰ মাতত চঞ্চল হৈ নৈত চিলনী সাঁতোৰ দিব। দৌল পূৰ্ণিমালৈ এপষ থকাৰেপৰা ভাওনাৰ আখৰা পুৰাদমে চলে।

আখৰাৰ সময়ত পৰমানন্দ মাষ্টৰ, মৌলবী খুৰা আটায়ে উপস্থিত থাকে। মাষ্টৰে কেতিয়াবা ডাঙৰ পুতেক দীপাংককো লৈ আহে। ঘৰত গৈ ভাৱৰীয়াৰ অংগী-ভংগী আৰু মনত থকা দুই-এফাঁকি বচনো মাতি মাকক দেখুৱায়। মাক নিৰুপমাই মাতৃত্বৰ গৌৰৱ অনুভৱ কৰে। মোৰ ল'ৰায়ো এদিন ভাৱৰীয়া হৈ ফাগুনৰ দৌল পূৰ্ণিমাৰ ৰাতি ৰজাৰ পুতেকৰ ভাও ল'ব।

বকুলগুৰিৰ ভাওনা চাবলৈ ওচৰৰ ৰামপুৰ, বনগাওঁ, শিঙিমাৰি আটাইকেইখন গাৱঁৰে ডেকা-গাভৰু আহি বকুলগুৰি গাওঁ দল-দোপ হেন্দোলদোপ কৰিবহি। বনগাৱঁৰ ডেকাই বকুলগুৰিৰ কোনজনী গাভৰু ধুনীয়া তাকো চাই যায়। ৰামপুৰ, শিঙিমাৰিৰ কোনজনী গাভৰু সুন্দৰ সুঠাম দেহৰ,—বকুলগুৰিৰ ডেকায়ো চকু টিপিয়াই, মিচিকিয়াই হাঁহি—চেগতে মনৰ গোপন কথাও সিহঁতক কৈ দিয়ে। ভাওনাৰ ৰাতি ভাওনা চাবলৈ আহি কিমানজন ডেকাই কিমানজনী গাভৰুৰ, কিমানজনী গাভৰুৱে কিমানজন ডেকাৰ চকুৰ মণিত চকু থৈ ভাওনাৰ বচন শুনা নহৈ যায়! ৰুক্মবীৰৰ ভাও লোৱা প্ৰতাপক যেতিয়া শ্ৰীকৃষ্ণৰ দ্বাৰাই অপদস্থ কৰা হ'ল—তেতিয়া ভাওনা চাই থকা ডালিমীয়ে মনৰ আবেগ, দুখ দমন কৰিব নোৱাৰি হুকহুকাই কান্দি দিলে। ভাওনা চাবলৈ অহা মাষ্টৰ-মৌলবীয়ে কিবা অঘটন ঘটা বুলি ভাবি শেষত গম পালে যে ডালিমীয়ে কন্দা দেখি ডেকাল'ৰাবোৰে ডালিমীক ঠাট্টা কৰিছে। উদণ্ডীয়া ডেকাল'ৰাজাকে ডালিমীয়ে কন্দা দেখি ঠাট্টা কৰাৰ চলেৰে ক'লে—'আই ঐ দেহি, চাচোন প্ৰতাপ দাইটিক শ্ৰীকৃষ্ণই ইমান নগুৰ নাগতি কৰিব লাগেনে'—অইন এজনে ক'লেঃ 'অই কৃষ্ণ, প্ৰতাপ দাইটিক আৰু নামাৰিবা—ডালিমী বাইদেৱে কান্দি আছে।' হৈ হাল্লা দেখি তুফানী বিৰি হুপি থকা কমলেশ্বৰে মাত লগালেঃ বোপাইহঁত শান্তিৰে ভাওনাখন চাবলৈ দে অ'। কমলেশ্বৰৰ মাত শুনি ডেকাল'ৰাখিনি শান্ত হ'ল যদিও ডালিমীৰ উচুপনিটো এইবাৰ বেছি স্পষ্ট হ'ল।

পৰমানন্দ মাষ্টৰৰ কোলাত বহি দীপাংকই সূত্ৰধাৰৰ বচন মাতি থকা ইন্দ্ৰ দাইটিলৈ অবাক হৈ চাই আছিল। সূত্ৰধাৰৰ ভাওটো ইন্দ্ৰ দাইটিৰ দৰে কোনেও ইমান সাৰলীলকৈ কৰিব নোৱাৰে। সুমলা পেহীয়ে চোন চকুৰ পতা নলৰাকৈ একেথৰে ইন্দ্ৰ দাইটিলৈ চাই আছে! ইন্দ্ৰবো সুমলাৰ চকুৱে চকুৱে পৰাত ভাওনাৰ বচন মাতিব পাহৰি গৈ সুমলালৈ একেথৰে স্তম্ভিত হৈ

চাই ৰ'ল। খোল বজাই থকা নৰকান্ত বায়নে চেপা মাতেৰে ক'লে—"হেই ইন্দ্ৰ, কি কৰিছ অ' বচন মাত—বচন মাত। খালে খালে।" হঠাতে সম্বিৎ ঘূৰাই পাই ইন্দ্ৰই ভুলে-চুকে ভাওনাৰ বচন মাতিলে—"তদন্তৰে ৰুক্মিণী সহিতে ৰঙ্গ কৰিয়া মহাপ্ৰভু শ্ৰীকৃষ্ণ আৰম্ভ...।" ধেই ধেই ধিন্ ধিন্..., আকৌ ভাওনা আৰম্ভ হ'ল।

টোপনিয়ে চকু মুদাই নিব নোৱাৰাৰ বাবে মালতী, তগৰ, পমিলা, জেতুকী, প্ৰভাৱতীহঁতে হাঁচতিত বান্ধি লৈ অহা তামোল মুখত ভৰালে। স্বয়ংক্ৰিয় মেচিনৰ দৰে গাৱঁৰ বুঢ়া-বুঢ়ীসকলেও মুখত তামোল ভৰাই পাগুলি পাগুলি ভাওনাৰ বচন শুনি আছে। সেলেঙি লগাই খোৱা তামোলৰ ৰঙা পিক্ দুই কোৱাৰিৰ কাষেদি বৈ আহি শুচৰৰ সোঁতোৱা-সঁুতুৰি ছালৰ আঁচোৰৰ শাখা উপশাখা-বোৰলৈ ৰঙা ৰংটো বিয়পি গ'ল।

ভাওনা চোৱাৰ হেঁপাহ আছিল যদিও ঘৰত ছোৱালীজনীৰ অসুখ বাবে, দীপাংকৰ টোপনি অহাৰ বাবে মাষ্টৰে মৌলবীক মাত লগাই ভাওনা আধা চোৱাকৈয়ে ঘৰলৈ ঘূৰি আহিল।

জোনাক উপচি পৰি গোটেই গাওঁখন ৰূপালী কৰি থৈছে। টোপনি অহা দীপাংকক কান্ধত তুলি লৈ অকলে মাষ্টৰে ঘৰলৈ খোজ দিছে। ৰত্নেশ্বৰ মণ্ডলৰ বাৰীৰ কদম জোপাত পৰি পানীপিয়া চৰাইটোৱে চিএৰি আছে। চৰাইৰ মাত, জোনাক ৰাতি, বতাহত উটি অহা ভাওনাৰ বচনে এটা মুহূৰ্তৰ বাবে পৰমানন্দ মাষ্টৰক চঞ্চল কৰি তুলিলে। নিৰুপমা নামৰ বনগাৱঁৰ ৰূপহী গাভৰু এগৰাকীৰ ছবিয়ে পৰমানন্দ মাষ্টৰৰ মনত দোলা দি গ'ল।

......ক্লাছ নাইনত থাকোঁতে দেউতাক ৰজনী কাকতিৰ মৃত্যু হোৱা বাবে, ইচ্ছা থকা সত্ত্বেও পৰমানন্দ মাষ্টৰে ইমানতে শিক্ষা সাং কৰিবলগীয়া হ'ল। লব লগা হ'ল এখন সাতজনীয়া পৰি-য়ালৰ ভৰণ-পোষণৰ দায়িত্ব। সকলোৰে প্ৰিয় পৰমা মাষ্টৰে

বকুলগুৰিৰ মুখ পোহৰ কৰিছিল নে নাই !সেইটো ডাঙৰ কথা নহয়, কথা হ'ল তেওঁৰ ব্যক্তিত্বৰ আঁৰত লুকাই থকা সংবেদনশীল এটি মন আৰু গাৱঁৰ ৰাইজৰ প্ৰতি থকা গভীৰ আস্থা ।

গাৱঁত নতুনকৈ স্থাপন হোৱা এল. পি. স্কুলখনত চাকৰি কৰি এদিন পৰমানন্দ কাকতি পৰমা মাষ্টৰ নামে জনাজাত হ'ল । মৌলবীৰ লগতে সৰুৰেপৰা পৰমা মাষ্টৰে একেলগে পঢ়িছিল । সৰুৰেপৰা দুয়ো নলে-গলে লগা বন্ধু । বিপদৰ সময়ত মৌলবীয়ে মাষ্টৰক কম সহায় কৰা নাই । মৌলবীৰ দেউতাক মনচুৰ আলিৰ লগত পৰমা মাষ্টৰৰ দেউতাক ৰজনী কাকতিৰ বন্ধুত্ব আছিল । সৰুতে সোণাখাইতী ঘাটত থকা মনচুৰ আলিৰ নাওখন নোকোৱাকৈ ৰজনী কাকতিয়ে 'বস্তি পুৰিব'লৈ লৈ যোৱাৰ বাবে দুয়োজনৰ মাজত কাজিয়া লাগি মূৰ ফলাফলি হৈছিল । শেষত যেনিবা গাৱঁৰ ৰাইজে দুয়োজনকে একেলগ কৰি দিলে । মনচুৰ আলি আৰু ৰজনী কাকতিৰ যৌৱন কালত মদমত্ততাৰ, পৰস্পৰৰ প্ৰতি থকা প্ৰতিহিংসা শেষ হৈছিল । গঢ় লৈ উঠিছিল এক অভিন্ন বন্ধুত্ব । সেই বন্ধুত্বৰ এনাজৰীডাল এতিয়াও পৰমা মাষ্টৰ আৰু মৌলবীৰ মাজত অটুট হৈ আছে । আপদে-বিপদে পৰস্পৰে পৰস্পৰক সহায় কৰি আহিছে ।

পৰমা মাষ্টৰে এখন হাতেৰে জেপৰপৰা এটা বিৰি উলিয়াই মুখত ল'লে, অলপ বৈ টোপনিত লালকাল দিয়া পুতেক যাতে পৰি নাযায়—সাৱধানেৰে অন্যখন হাতেৰে অলপ কষ্ট কৰি জুইশলাৰ কাঠিৰে বিৰিটো জ্বলাই আগবাঢ়িল । বহুতো পুৰণি স্মৃতি, বহুতো পাহৰা কথাই এটি এটিকৈ পৰমানন্দ মাষ্টৰৰ চকুৰ আগেদি পাৰ হৈ গ'ল ।.........

......নিজেও এদিন বকুলগুৰিৰ নামঘৰত আজিৰ দৰে ভাওনা কৰিছিল । অভিমন্যুৰ ভাও দি ৰাইজৰ হাত চাপৰি, প্ৰসংসাৰ লগতে বনগাৱঁৰ গোলক মহাজনৰ ছোৱালী নিৰুপমাকো বলিয়া কৰিলে । পৰমা মাষ্টৰে নিৰুপমাৰ লগত বিয়া হোৱাৰ

পিছতো দুবাৰ ভাওনাত অভিনয় কৰিলে। পিছদিনাখন আছিল ফাকুৱা। ইজনে সিজনক ৰং ছটিয়াই দিয়া বকুলগুৰি, বনগাওঁ, শিঙিমাৰি, গোমুৰা, কাৰাকুছি, নামশালা, পঞ্চগ্ৰাম এই বৃহৎ অঞ্চলৰ আনন্দৰ উৎসৱ।

ফাকুগুড়িৰে পথাৰৰ মাটি ৰঙা হয়। যোগীৰবড়ীৰ বিশাল পথাৰখনলৈ বিভিন্ন গাৱঁৰ গোসাঁই ঘৰৰপৰা গোসাঁই (বিগ্ৰহ) আহে। কেৱল বকুলগুৰিৰে পাঁচোটা খেলৰ দহোটা গোসাঁই। সেই গোসাঁইবোৰৰ ভিতৰত পুৰণি খেলৰ কলীয়া গোসাঁই ক্ষমতা আৰু শক্তিৰ ফালৰপৰা শ্ৰেষ্ঠ বুলি মানুহে শ্ৰদ্ধা, ভয়, ভক্তি কৰে। কাৰোবাৰ বেমাৰ-আজাৰ হলেই কলীয়া গোসাঁইৰ মন্দিৰত ঘিউৰ চাকি দিয়ে, বুটমাহৰ প্ৰসাদ দিয়ে, চেনি দিয়ে। কিছুমান উপকৃত হয়, বিফল হয়, তথাপিতো কলীয়া গোসাঁই বুলিলে মানুহৰ ভক্তিৰ সীমা নাই।

প্ৰবাদমতে সোণাখাইতীৰ ঘাটৰ সিপাৰে থকা আঁহত গছ জোপাৰ তলতে মূৰ্তিটো পোট গৈ আছিল। গোপেশ্বৰ নেকাৰ আইতাক সত্যৱতী বুঢ়ীয়ে সপোন দেখিবলৈ পালে— কলীয়া গোসাঁই অনাদৃত হৈ বহুদিন সিপাৰৰ আঁহতৰ তলৰ বালি চাপৰিত পোত গৈ আছে—ৰাইজে আনি মন্দিৰত তেওঁক প্ৰতিষ্ঠা কৰিব লাগে। সপোনৰ পম খেদি ৰাইজে ধূপ-ধুনা-নৈবেদ্যৰে নাম-কীৰ্তন কৰি আদৰি লৈ আহিল। তেতিয়াৰপৰাই কলীয়া গোসাঁই পুৰণি খেলৰ গোসাঁইঘৰত বন্দী হৈ আছে। তেওঁৰ অপৰিসীম শক্তি-মাহাত্ম্যৰ কথা গাৱঁৰ মানুহৰ মুখে মুখে।

এনেদৰে প্ৰতিবছৰে দৌল পূৰ্ণিমাত, ফাগুন মাহত কলীয়া গোসাঁই যোগীৰবড়ীৰ পথাৰত উপস্থিত হয়—ফাকুৱা উৎসৱৰ গধূলি বেলা। ন-সত্ৰৰপৰা পাগ্‌লা গোসাঁই আহে। ন-চুবুৰীৰ গোসানী আহে। গোমুৰা, কাৰাকুছি, নামশালা, শিঙিমাৰি, বনিয়াকুছি আদি বিভিন্ন গাৱঁৰপৰা গোসাঁই আহি যোগীৰবড়ীৰ পথাৰ উখল-মাখল লগায়। ডেকা-গাভৰু-বুঢ়া-মেথাৰে পথাৰ ভৰি পৰে।

ৰঙা, নীলা, হালধীয়া ৰং উৰি ফুৰে। প্ৰতিজন মানুহৰ গালে-মুখে ৰং আৰু ৰং। হৃষ্ট, উদঙীয়া ল'ৰাই ফুৰ্তিতে বোকাও খেলে। চাকপাতি ঘূৰণীয়াকৈ বহি ভাগে ভাগে ফল্গু উৎসৱৰ গীত গায়। "চৈত ফাগুনৰ মাসে ৰাম গৈল বনবাসে" বুলি খোল-তালেৰে ফাকুৱাৰ গীত গায়—ৰং আৰু আনন্দত মুখৰ হৈ পৰে, মহিমা-মণ্ডিত হৈ পৰে যোগীৰবড়ীৰ বিশাল পথাৰখন। পথাৰত ঘুহুচাৰ লগত গোসাঁই ফাকু খেলা পৰ্ব আৰম্ভ হয়। শেষত ৰাইজে হৰিধ্বনি কৰি ভোৰতাল বজাই, গীত-পদ গাই কলীয়া গোসাঁইক আগত লৈ, সন্ধিয়াৰ আগতে থানৰ গোসাঁইথানলৈ ওভতে।

এনেকুৱা এটা ফাকুৱা উৎসৱতে পৰমা মাষ্টৰে নিজে নিৰুপমাৰ গালত ৰঙা ফাকুগুড়ি সানি দিছিল। লাজতে নিৰুপমাই অভিমান কৰি, আইকণ, মইনা, প্ৰেমদাৰ লগত খঙৰ ভমক দেখুৱাই দূৰৈত একাষৰীয়াকৈ বহি মুড়িৰ লাড়ু খাইছিল। ৰত্নেশ্বৰ দোকানীৰ পৰা গৰম জিলাপী কিনি আনি আইকণৰ হতুৱাই পৰমা মাষ্টৰকো দিছিল। এদিন বকুলগুৰিৰ পৰমা কাকতিৰ লগত বনগাৱঁৰ গোলক মহাজনৰ ছোৱালী নিৰুপমাৰ বিয়া হৈছিল। কেঁকুৰী দোলাত উঠি আহি নিৰুপমাই এদিন পত্নীৰ স্থান অধিকাৰ কৰি এইখন ঘৰৰ বোৱাৰী হৈছিল। এক কৰুণ-মধুৰ সোঁৱৰণীৰ মাজত আচ্ছন্ন হৈ—নঙলামুখৰ শেৱালি জোপাৰ তলতে নিৰুপমাক ছয়াময়াকৈ দেখি পৰমা মাষ্টৰে উচপ খাই উঠিল।

ঃ কিনো ভাবি আহিছে ? ভাওনা শেষ হ'ল জানো ?

ঃ তুমিও যে এই ৰাতিখন এনেদৰে বাহিৰত বৈ থাকিব লাগেনে? দীপৰ টোপনি অহা বাবে গুচি আহিলো। বাৰু সাবিত্ৰীয়ে কিবা দিগদাৰী কৰিছিল নেকি ? জ্বৰ এতিয়া আছেনে ? উৎকণ্ঠাৰে সুধিলে মাষ্টৰে।

ঃ নাই, ঔষধ এপালি খুৱাই শুৱাই থৈছোঁ। নিৰুপমা ভিতৰলৈ সোমাই গ'ল।

দীপাংকক বিচনাত শুৱাই থৈ পৰমা মাষ্টৰ বাহিৰলৈ আহি পুখুৰীৰ পাৰলৈ গ'ল। ফৰিংফুটা জোনাক আহি ভঁৰাল ঘৰৰ পুবফালে থকা পুখুৰীৰ পানীত ৰূপালী ৰহন ছটিয়াই দিছে। হাত-মুখ ধুই পৰমা মাষ্টৰে বিচনাৰ কাষতে বৈ থকা ঘৈণীয়েক নিৰুপমালৈ চালে। ভাওনা চাই অহাৰেপৰা এক মধুৰ অতীত সোঁৱৰণীয়ে মাষ্টৰক যি কষ্ট দিছিল সেই কষ্ট যেন নিৰুপমা এনেদৰে সমুখত বৈ থকা বাবে লাঘৱ হৈ গ'ল।

নিৰুপমা লাহে লাহে বিচনালৈ উঠি গ'ল। জীয়েক সাবিত্ৰীক গালে-মুখে হাত ফুৰাই দি তাই গিৰিয়েকক উদ্দেশ্য কৰিয়ে ক'লে—

: কাইলৈ ফাকুৱা, দীপলৈ ছেৰেকা আৰু ৰং আনিছেনে নাই ?

সিটো কোঠাত থকা পৰমা মাষ্টৰে এন্ধাৰৰপৰাই মাত দিলে : হব দিয়া, ৰাতিপুৱা আনি দিলেও হ'ব। এই ৰাতি সি এতিয়া কলৈকো ফাকুৱা খেলিব নাযায়।

আগৰ দুটা সন্তানৰ মৃত্যুৰ পিছত জীয়াই আছে দীপ—দীপাংক আৰু জীয়েক সাবিত্ৰী। সেয়ে নিৰুপমাৰ দীপলৈ যে মৰম বেছি সেই কথা মাষ্টৰেও জানে।

অজানিতে বিৰক্তি বোধে যে ইতিমধ্যে পৰমা মাষ্টৰক কাবু কৰিছিল সেই কথা নিৰুপমাৰ অভিমানী মৌনতাৰ পিছতহে উপলব্ধি কৰিলে। অতীতৰ কথা ৰোমন্থন কৰি পৰমা মাষ্টৰ মাজে সময়ে অন্যমনস্ক হয়—কিবা এক কৰুণ বিষণ্ণ আনন্দত ডুবি থাকে। কিবাকিবি দুঃচিন্তা মাষ্টৰৰ মনলৈ আহিল। স্কুলৰ ল'ৰা-ছোৱালীবোৰেও আগৰ দৰে নেওতা মাতিবলৈ দিলে মুখস্থ মাতিব নোৱাৰে, ঘৰত অংক কৰি আনিবলৈ দিলে নকৰে। কয়—ছাৰ আমাৰ কিতাপ নাই, আমাৰ কাগজ নাই, চিয়াহী নাই। ৰত্নেশ্বৰ মণ্ডলৰ মাজু ল'ৰাটো এতিয়া হাইস্কুল পালেগৈ। ভবানন্দ পৰমা মাষ্টৰ আৰু নিৰুপমাৰ প্ৰথম সন্তান, সি মণ্ডলৰ মাজু ল'ৰাটোতকৈ দুবছৰে ডাঙৰ আছিল। সিও চাগে এতিয়া মানে ক্লাছ ছিক্স-ছেভেন্ পালেগৈহেঁতেন। এটা দীঘল হুমুনিয়া আহি

পৰমা মাষ্টৰৰ চিন্তাক বিচ্ছিন্ন কৰি দিলে। নিৰুপমাক লক্ষ্য কৰি ক'লে: তোমাৰ হবলা টোপনি অহাই নাই ?

'ও' বুলি নিৰুপমাই চমুকৈ উত্তৰ দিলে। আকৌ শুদ্ধতা। ইতিমধ্যে ভাওনা শেষৰ মুক্তি মঙ্গল ভটিমাৰ দুই-এটা ফাঁকি বতাহত উটি আহি ৰিণি ৰিণি কাণত সোমাল। বেৰৰ জোলোঙাৰে পৰমা মাষ্টৰে নিৰুপমালৈ এবাৰ চালে। সুৰুঙাৰে সোমাই অহা জোনাকৰ ধূসৰ আভাত নিৰুপমা উজাগৰে শুই আছিল। বাৰ-চৈধ্য বছৰ আগৰ গাভৰু নিৰুপমাৰ মুখখন মনত পেলাবলৈ পৰমা মাষ্টৰে যত্ন কৰিলে। ভাওনা, ফাকুৱা, জিলাপী খোৱা, ৰং দিয়া, বহাগ বিহুত সোণাখাইতী ঘাটৰপৰা আল্লাজানৰ মৰাসুঁতিলৈ গৰু ধুৱাবলৈ যাওঁতে লগ পোৱা নিৰুপমাৰ মিঠা হাঁহিৰ লাজকুৰীয়া মুখখন ভাঁহি উঠিল। পৰমা মাষ্টৰে মাতিলে—

: নিৰুপমা !

: কি হ'ল—নম্ৰভাৱে উত্তৰ দিলে।

: সাৰে আছা ?

: অঁ—

এক আদিম বন্যতাৰ হাতত পৰমা মাষ্টৰ পৰাস্ত হ'ল। ইতিমধ্যে ভাওনা শেষ হোৱাত মানুহবোৰ দিহা-দিহি ঘৰলৈ উভতি আহিল। ক্লান্তিত, ভাগৰত নিৰুপমাই নাক বজাই টোপনি গৈছিল। পৰমা মাষ্টৰৰ নিজৰে লাজ লাগি গ'ল—ফুলশয্যাৰ ৰাতিৰ দৰে।

## চাৰি

ফাগুন মাহ শেষ হৈ চ'তত সোমাল। কালদিয়াৰ পাৰৰ ৰঙা শিমলুত জাকে-জাকে ৰঙা মৌপিয়া চৰাই আহি ডালে ডালে জপিয়াই ফুৰিলে। নৈৰ পাৰৰ আঁহত, পাকৰীৰ জোঙা ঈষৎ ৰঙা, সেউজীয়া কুঁহিপাতে সূৰ্য্যৰ বীৰ্য্যৰে জিলিকি উঠিল। বাৰীৰ ঢাপত কেতেকী ফুলিল। গছৰ খোৰোঙত গাভৰু ছোৱালীৰ নবন্ধা চুলিৰ দৰে হাউলি কপৌ ফুলিল। সুমলা, পটেশ্বৰী, জানকী, পমিলা, সেউতীহঁতে ৰঙা আঁচুৰে মৰমৰ দীঘ দি চেনেহৰ বানি বৈ, খোপাত কপৌফুল পিন্ধাই দিয়া চেনাইৰ বাবে তাঁতশালত বহি আলফুলে ফুলাম সপোন ৰচাত ব্যস্ত হ'ল। আগৰ দৰে নহলেও বছিৰ দোকানীৰ গোলাত সূতা কিনা মানুহৰ ভিৰ হ'ল। গাৱঁৰ জীয়ৰী-বোৱাৰীয়ে বাটি কাঢ়ি, চেৰেকী ঘূৰাই, মহুৰা বটি, মাকো মাৰি তত্ পোৱা নাই। এক প্ৰাণচঞ্চল মাদকতাত সমগ্ৰ বকুলগুৰি অঞ্চল মুখৰ হৈ পৰিছিল। নৈৰ পাৰৰ বিৰিণাই গজালি মেলি জিৰ্‌জিৰকৈ নাচিলে। ইপাৰৰপৰা কোনোবাই সিপাৰৰ পানী নিবলৈ অহা শিঙিমাৰি গাৱঁৰ গাভৰু দেখি সুহুৰি মাৰিলে। পেঁপাৰ মাত, ঢোলৰ মাত, গগনাৰ মাত, জাত জাত বিহুনাম, হুচৰিৰ সুৰ বেছি হৈ আহিল।

এক অজ্ঞানিত আসন্ন আনন্দৰ লগে লগে মানুহবোৰেও প্ৰাত্যাহিক জীৱনযাত্ৰাৰ শ্ৰম, দুখ, দৈন্য কিছু পৰিমাণে পাহৰি গৈছিল। তাৰ মাজতো কিছুমানে ভাবিবলৈ বাধ্য হৈছিল— বিহুটো ইমান সোনকালে নহা হ'লেই ভাল আছিল! গোপেশ্বৰ, জয়কান্ত, আঘোণা, ডিম্বেশ্বৰ, আব্দুল, কৰিমহঁতৰ বাবে বহাগৰ বিহুটো, নতুন বছৰটো এনেদৰে—ইমান সোনকালে অহাটো এক ভয়ংকৰ দুৰ্য্যোগৰ দৰে।

আজি কেইবছৰমানৰপৰা মানুহৰ বিহুটোৰ প্ৰতি উৎসাহ-উদ্দীপনা ক্ৰমে নোহোৱা হৈ আহিছে। বতৰক নিৰ্ভৰ কৰি কৰা খেতিৰ অনিৰ্দিষ্ট উৎপাদন, কালদিয়াৰ বানপানী, আজি কি ইটো সমস্যা, কালি কি সিটো সমস্যা আছেই। সমস্যাই সৰ্বসাধাৰণ ৰাইজক জুৰুলা কৰিছিল। তথাপিতো বিহু বুলি, বহাগ বিহু বুলিয়েই এটা বুজাব নোৱাৰা আনন্দৰ শিহৰণ অনুভৱ কৰিলে।

বহাগ বিহুৰ আগতে জয়কান্ত, গোপেশ্বৰ, সনাতন, ডিম্বেশ্বৰ, আব্দুল, কৰিম, মুকুল, ইয়াকুবহঁতৰ দৰে বহুতৰে উদং ভঁৰালত এন্দুৰে ঘট্ঘটাই ফুৰে—একো নাপায়। মানুহবোৰৰ অৱস্থাও একে হয়। গাৱঁৰ বুঢ়ামেথাই খেদ কৰি এতিয়াও কয়, "বিটিছৰ দিনৰ মহাৰাণীৰ শাসনেই ভাল আছিল। ইমান কষ্ট কৰি দেশৰ মানুহে স্বৰাজ আনিলে—দেশ স্বাধীন হ'ল। মহাত্মাৰ ৰামৰাজ্যত দেশৰ সকলো মানুহে আনন্দৰে, শান্তিৰে জীৱন যাপন কৰিব পাৰিব—পিছে নাই, সকলো মিছা। এতিয়া দেখিছোঁ যিয়ে লঙ্কালৈ যায় সিয়ে ৰাৱণ হয়।" এনেদৰে মানুহবোৰে আলোচনা কৰিছিল।

দেশ স্বাধীন হোৱাৰ তিনিটা দশক পাৰ হ'ল যদিও বকুলগুৰিৰ দৰে আওহতীয়া গাৱঁৰ মানুহবোৰে পাঁচ-ছয় মাইল খোজ কাঢ়ি, চৰকাৰী ৰাস্তাত ভৰি দিব লাগে। টিনৰ ঘৰো গাৱঁত আঙুলি মূৰত লেখিব পাৰি। তাৰ ভিতৰত ৰত্নেশ্বৰ মণ্ডলৰ ঘৰটোও এটা। বজাৰ বুলি তেনে কোনো ঠাই নাই। তিনিআলিৰ চ'কত দুই-তিনিখন গুমটিৰ দোকান আৰু বছিৰ দোকানীৰ গেলামালৰ দোকানখন। গুমটি কেইখনত চাধা, চিগাৰেট, বিৰি, তামোল, সস্তীয়া বিস্কুট, লজেন্স্ আৰু হাকোটাত ওলমি থাকে দুই-একাষি পকাকল। বছিৰ মহাজনৰ দোকানত প্ৰয়োজনীয় তেল, নিমখ, ডালি, কেৰাচিন সকলো পোৱা যায়। শিঙিমাৰি, বকুলগুৰি এই অঞ্চলৰ ভিতৰত বছিৰ দোকানীৰ দোকানখনেই ডাঙৰ। পানীলগা কাহ চৰ্দিৰ এনাছিন, থৰ-খজুৰতিৰ দাৱাই

জলিমলোচনো তাৰ দোকানত পোৱা যায়। কিবা বস্তু নাপালে পাঁচমাইল দূৰৰ আঁহতগুৰিৰপৰা নহ'লে জিলাৰপৰা আনিব লাগে।

নৈৰ পাৰে পাৰে ডিম্বেশ্বৰে হেৰোৱা পথৰা ছাগলীজনী বিচাৰি ঝাউবনৰ চাপৰিয়ে চাপৰিয়ে গৈ থাকিল। দিনক দিনে বয়বস্তুৰ দাম বাঢ়িল। অভাৱ-অনাটনত গাৱঁৰ মানুহৰ মাটি-সোণ বন্ধকত গ'ল। গাৱেঁ গাৱেঁ ৰত্নেশ্বৰ মণ্ডল, বছিৰ মহাজনৰ দৰে এচাম মানুহে চোৰাং কাৰবাৰ, দুৰ্নীতি কৰি ধনী হ'ল। নতুনকৈ ঘৰ-মাটিবাৰী সকলো হ'ল। সিহঁতৰ দৰে ধনী মানুহবোৰেই দেশৰ নেতা হ'ল, মন্ত্ৰী হ'ল। হয় দেও, মাষ্টৰ ককাইদেৱে কোৱা কথাবোৰ মিছা নহয়, তাৰ নিজৰ মাটিখিনি আজি তিনিবছৰে ৰত্নেশ্বৰ মণ্ডলৰ তাত বন্ধক আছে। মণ্ডলক ইমান কাকুতি-মিনতি কৰা সত্ত্বেও এবাৰ মুখলৈ ফিৰি নাচালে। ধেৎ, সি ছাগলী বিচাৰিব আহি এইবোৰ কি অমূলক কথা চিন্তা কৰিছে? সি আহি আহি চোন কেতিয়াবাই মৰাসুঁতিৰ কদমৰ তল পালে। দূৰৈত সাপৰ নেগুৰৰ দৰে অঁকাই পকাই যোৱা কালদিয়া নদীৰ পাৰে পাৰে বালিচাপৰিত জক্‌মকাই ফুলি উঠা ৰঙা শিমলুবোৰলৈ চাই ডিম্বেশ্বৰে আনন্দৰ সলনি এক অসহায় যন্ত্ৰণাবোধত স্থবিৰ হৈ ৰ'ল।

ফুল ফুলিল, কুঁহিপাত ওলাল, চৰায়ে ডালত পৰি মাতিলে—চ'ত-বহাগ—বিহু—ৰঙা আঁচু সূতাৰ গামোচা—মানুহজনীৰ কঁকালৰ বিষ—ল'ৰা-ছোৱালীকেইটিৰ হাড়-ছাল ওলোৱা বিষণ্ণ কৰুণ মুখ। ভঁৰালত ধান কিমান আছে! বিহুটো জুৰিবগৈনে—বছিৰ দোকানীৰ গোলাত কুৰি টকা আৰু সাত টকা বাকী—অ' নহয়, সি ছাগলীজনীহে বিচাৰি আহিছে। নতুনকৈ পোৱালি দিয়া পথৰা ছাগলীজনী। দুয়োটাই পঠা ছাগলী। ডাঙৰ হ'লে বেচি-মেলি ৰূপ দুকুৰিমানকে পাব।

মৰাসুঁতিৰ পাৰেদি দক্ষিণে বনগাৱঁৰপৰা বকুলগুৰিলৈ অহা বাটটোৰেদি বিৰিণাবনৰ মাজে মাজে হতাশ মন এটিলৈ উভতি আহিল।

বিহুৰ সময়ত মৌলবী খুৰাৰপৰা ধান দুমোনমান আনিব লাগিব। জীয়েকৰ তোলনী বিয়াত অনা মাষ্টৰৰ টকা ডেৰকুৰিও দিব লাগিছিল। ইমান যে জঞ্জাল এই জীৱনটোত! তাৰ নিজৰ ওপৰতে ভীষণ খং উঠিল—যেন নিজে নিজৰ গালত কেইটামান চৰ মাৰি দিব!

ঝাউবন ক্রমে পাতল হৈ আহিল। এজাক বগলী উৰি মৰা-সুঁতিৰ সিপাৰলৈ গ'ল। অ'ত ত'ত বিৰিণাৰ মাজে মাজে গৰু-ছাগলীয়ে ঘাঁহ খাইছিল। নতুনকৈ পোখামেলা বিৰিণাৰ কোমল আগ। চকুৰে মনিব পৰালৈ সি চাৰিওফালে চালে, নাই। 'পাখ্ৰী আহ্ আহ্' বুলি চিঞৰিলে, নাই, কোনো সঁহাৰি নাই। তাৰ নিজৰ মাততে এই নৈপৰীয়া নিজান দুপৰীয়াটো শূন্য শূন্য লাগিল।

বতাহত ম'হৰ ডিঙিৰ টিলিঙাৰ শব্দ ভাঁহি আহিল। অ' সৌটো দেখোঁ শিঙিমাৰিৰ নোমল মহাজনৰ পেৰা ম'হটো! বোকা-মাটিত লেটিলৈ প্রকাণ্ড শিং দুটা জোকাৰি জোকাৰি দলনিৰপৰা এইপিনে আহি আছে। কালিকা লগা ম'হ; কিমান মানুহক যে শিঙেৰে খুচি ঘুণীয়া কৰিলে, বধ কৰিলে! ম'হটোক দেখি ডিম্বেশ্বৰৰ ৰত্নেশ্বৰ মণ্ডলক দেখাৰ দৰে লাগিল। তাৰ ভয় লাগিল।

বিৰক্তি, খং, দুখ একেলগ কৰি—চিন্তাৰ এসোপা বোজা কঢ়িয়াই ডিম্বেশ্বৰে ঘৰলৈ খোজ ল'লে।

টিলিং টিং টিলিং টিলিং লিং লিং······। কেইবাবাৰো বেল বজালে পৰমা মাষ্টৰে। শেষত নামি দিলে।

ঃ কি অ' ডিম্বেশ্বৰ, ইমান বেল দিলেও নুশুননে? মাষ্টৰৰ মাত শুনি চঁক খোৱা মানুহৰ দৰে ডিম্বেশ্বৰে কৈ উঠিল: অ' মাষ্টৰ ককাইদেউ! কিবা চিন্তা কৰি আহি আছিলোঁ।

ঃ বুজিছোঁ তোৰ চিন্তা কিহৰ, বাৰু তই ইয়ালৈ এই দুপৰীয়াখন কিয় আহিছিলি?

: এ নকব মাষ্টৰ ককাইদেউ—আমাৰ সেই সৰুকণৰ পথ্‌ৰা ছাগলীজনী বিচাৰি বিচাৰি এইখিনি পালোঁহি। নাই, কোন দণ্ডকাবনত সোমাল। আপুনি হবলা বনগাঁৱৰ ফালে গৈছিল ?

: অঁ। পিছে ডিম্বেশ্বৰ বিহুও আহিল নহয়, তোৰ ধানে কুলাবগৈনে ?

: ককাইদেউ ! বিহুটো পাৰ হয়নে নহয় ঠিক নাই। ঘৰখনত সাতোটাকৈ প্ৰাণী—খেতিৰ মাটিৰো আধা বন্ধকত। কি কৰোঁ ইছৰেহে জানে। এটা হুমুনিয়াহ স্বতঃস্ফূৰ্তভাৱে ওলাই আহিল ডিম্বেশ্বৰৰ। সেই হুমুনিয়াহ আহি আঘাত কৰিলে মাষ্টৰৰ মনত। মৌন হৈ চাইকেলখন ঠেলি ঠেলি মাষ্টৰ আহি থাকিল সৰু গো-বাটেদি। কোনেও একো নকলে, মাথো চাইকেলৰ পেদেল ঘূৰা চেইনৰ শব্দ, মাজে মাজে বিৰিণাৰ মূঢ়াত খুন্দা খাই মাড্‌-গাৰ্ড দুটাই জৰ্‌জৰকৈ শব্দ কৰিলে—চৰাইৰ চিঞৰ, গৰুৰ হেম্বেলনিৰ মাজত সেই শব্দ একাকাৰ হৈ গ'ল।

দেশখনত কি যে হ'ল—ভাত-কাপোৰৰ সমস্যাই মানুহক খুলি খুলি খালে। কি দিন কি হ'ল ! কালদিয়া নৈৰ ভাঙোন মাছ, মাছৰ উজান, যোগীৰবড়ী পথাৰৰ মাণিকী মাধুৰী জহাধান, কাপ্‌লা, পদুমনি বিলৰ ৰৌমাছ, কাৱৈ মাছ, শিঙিমাৰি মাটি-খোৰা ৰিৰ্জাভৰ ম'হৰ এঠা দৈ সকলো আজি সময়ৰ গৰ্ভত হেৰাই গ'ল ! এইকেইবছৰতে ইমান পৰিবৰ্তন ! বিশ-পঁচিশ বছৰ আগতে বাঘ ওলোৱা ৰিজাৰ্ভত এতিয়া ৰিফিউজী বহিল। এক গভীৰ শূন্যতাৰ উপলব্ধি, ডিম্বেশ্বৰৰ ভীত, চিন্তিত, অসহায় মুখখন দেখি, পৰমা মাষ্টৰ বিব্ৰত হ'ল।

"ডিম্বেশ্বৰ, কি দিন হ'ল ! সকলো হেৰাই গৈ আছে"—খেদেৰে মাষ্টৰে ক'লে। আগৰ বিহু, ভাওনা, ফাকুৱা, নল-খাগৰিৰ মাজে মাজে গৰু বিচাৰি ফুৰা সেই সোণালী দিনবোৰ সময় নামৰ এটা ভয়ংকৰ দৈত্যাই গো-গ্ৰাসে গিলি পেলালে। কাল-দিয়াৰ সোঁতত হেৰাই গ'ল।

"অ' ককাইদেউ ! ৰাইজৰ দুখ কুলাই-পাছিয়ে নধৰা হৈছে।" বহু সময়ৰ মূৰত উপলব্ধি কৰাৰ দৰে উত্তৰ দিলে ডিম্বেশ্বৰে। হঠাৎ মনত পৰাৰ দৰে সংকোচভাৱেৰে ডিম্বেশ্বৰে মাষ্টৰক উদ্দেশ্য কৰি ক'লেঃ মাষ্টৰ ককাইদেউ, টকা ডেৰকুৰি দিব পৰা নাই। অৱস্থাটো ককাইদেউ বুজিছেই। দুখীয়া হৈ জন্ম ল'লে এই জগতত কাম নাই।

ঃ হব দে অ' ডিম্বেশ্বৰ, মোৰতো এতিয়া প্ৰয়োজন হোৱা নাই।

ঃ দিব নোৱাৰিলে ককাইদেউৰ মাটি দুবিঘামানকে চহাই দি শালি-খেতিৰ বতৰত সহায় কৰি দিম।

ঃ তই ইমানকৈ চিন্তা কৰিব নালাগে দে, মোকো তই ৰত্নেশ্বৰ মণ্ডল বুলি ভাবিছ নেকি ?

ঃ নাই, নাই ককাইদেউ ! তেনেদৰে কিয় ভাবিম।—অপৰাধীৰ দৰে ক'লে ডিম্বেশ্বৰে।

ঃ তই আহি থাক ডিম্বেশ্বৰ, এইখন ঠেলি ঠেলি আৰু কিমান লৈ যাম, মোৰ ঘৰত অলপ কামো আছে। পুৰণি হাৰকুলিচ্ চাইকেলখনত উঠি পৰমা মাষ্টৰে পেডেল ঘূৰালে।

ডিম্বেশ্বৰ টাক্-টুক্কৈ আহি থাকিল। হওক তেও, মাষ্টৰ ককাইদেউৰ দৰে, মৌলবী খুৰাৰ দৰে এই মানুহবোৰ আছে বাবেই সিহঁতে জীয়াই থকাৰ আশা-ভৰষা বিচাৰি পাইছে ; ইহঁৰে সেই একেখন গাৱঁতে আকৌ বছিৰ মহাজন আৰু ৰত্নেশ্বৰ মণ্ডলৰ দৰে অধৰ্মী মানুহকো জন্ম দিছে। এই দুটাৰ কাৰণে গাওঁখনত হাঁহাকাৰ। মণ্ডলৰ সেই টাউনত পঢ়া লেঙলেঙীয়া ডাঙৰ পুতেকটোৰো কি চাবা বাহাদুৰি। টাউনৰ স্কুলত পঢ়িলিয়ে যেনিবা তই জানো মাষ্টৰ ককাইদেউৰ দৰে জ্ঞানী হলি ! আজি অমুকৰ ছোৱালীৰ লগত লেটি-পেটি—কালি কি ভাওনাথলীতে গাৱঁৰ গাভৰুক অসৎ ব্যৱহাৰ কৰিলে। বাপেক ভালেহে পুতেক ভাল। মণ্ডলেও দুটা বস্তুহে চিনি পায়—টকা আৰু তিৰোতা। কালিৰ ছাৱাল হৈ পৰহিৰ গুণ-গান গাবলৈ আহে। মাষ্টৰ-মৌলবীৰ

লগত সমানে সমানে তৰ্ক কৰে। ডিম্বেশ্বৰৰ সমস্ত খং-ক্ৰোধ-বিৰক্তি ৰত্নেশ্বৰ মণ্ডলৰ ওপৰত কেন্দ্ৰীভূত হ'ল। মাষ্টৰ ইতিমধ্যে গাৱঁৰ কেকুৰিটোত হেৰাই গৈছিল। ওপৰৰ জোপোহাৰ মাজৰ পৰা পাথ্ৰী ছাগলীজনীয়ে ডিম্বেশ্বৰক দেখি বে-এ বে-এ-এ কৈ চিঞৰি দিলে। 'আহ পাথ্ৰী আহ' বুলি মতাত চিনাকি মানুহৰ দৰে ডিম্বেশ্বৰৰ ওচৰলৈ দৌৰি আহিল। তাই আকৌ তীব্ৰ আৰু দৃঢ়তাৰে চিঞৰিলে বে-এ বে-এ। মূৰত পাগুৰি মাৰি অনা গামোচাখনেৰে ক্লান্তি আৰু অৱসাদ আঁতৰাই ডিম্বেশ্বৰে ঘামত তিতা মুখখন মচি পেলালে। ঝাউবনৰ এটা মৰাডাল ছিঙি আনি ছাগলীজনীৰ পাছে পাছে গৈ থাকিল—

ঃ যা পাথ্ৰী যা……। সোণাখাইতীৰ ঘাটৰপৰা এমোকোৰা হাঁহি-খিকিন্দালি আহি ডিম্বেশ্বৰৰ কাণত পৰিল।

পমিলা, মালতী, পটেশ্বৰী, জানকী, সুমলাহঁতে সোণখাইতী ঘাটত কাপোৰ ধুই পাৰৰ বিৰিণাত কাপোৰ মেলি দি নৈত সাঁতুৰি আছিল। সিপাৰৰ পাকৰী জোপাত উঠি ইন্দ্ৰমোহন আৰু শশধৰে গা-ধুই থকা সুমলা-পটেশ্বৰীহঁতৰ লাজ লগা অংশবোৰলৈ চাই আছিল। ইন্দ্ৰমোহনে কিৰিলি পাৰি ভাওনাৰ বচন মাতিব ধৰিলে, শশধৰে বাঁহৰ বাঁহীটোত ফু দিলে—যেন সিহঁতে একো দেখা নাই—একো চোৱা নাই ! "চ'তৰ এই দিন দুপৰত ক'ৰনো কৃষ্ণ গোসাঁই ওলাল"—জানকীয়ে চিঞৰি কোৱাৰ দৰে ক'লে। মালতীয়ে ক'লেঃ "ধেৎ ! তেনেকৈ নকবি, সৌটো ইন্দ্ৰ আৰু চোন শশধৰো।" কোনোবাই আৰু ক'লেঃ "নিলাজকেইটোৰ কি আছে।" ইন্দ্ৰৰ নাম শুনাৰ লগে লগে সুমলাৰ মুখখন ৰঙা পৰি গ'ল। ইন্দ্ৰই মাজে সময়ে এনেদৰে কেতিয়াবা অকলশৰে পালে সুমলাক জোকায়। মাজে মাজে দুয়ো কথাও পাতে। মিঠা মিঠা বহাগৰ সৰু সৰু কথা।

গাত লিপিত খাই ধৰা তিতা কাপোৰ-কানিৰে সুমলা নৈৰ পানী যুৰলীৰপৰা উঠি আহিল। সাঁতুৰি থকা পটেশ্বৰীয়ে

"আহ আকৰী, ইন্দ্ৰ দাইটিয়ে তোক নাচাই আমাক চাইছেনে" বুলি সুমলাক লক্ষ্য কৰি ক'লে। তাই গোঁ-গোঁৱাই অভিমান কৰাৰ দৰে আত্মতৃপ্তিত আনন্দত, লাজত পাৰলৈ উঠি আহিল। বিৰিণা পাতত মেলি দিয়া কাপোৰ আনি গা মচি, কাপোৰ সলালে। এটা তিৰ্‌বিৰ্‌ নীলা আৰু তীব্ৰ খয়েৰী ৰঙৰ মাছৰখীয়া চৰাই ভুৰুংকৈ সুমলাৰ গাৰ কাষেদি উৰি সিপাৰৰ বগৰী জোপাত পৰিল। মালতীহঁতে হাতত ভোলৰ চপাহী, কাপোৰ ধোৱা চাবোন, পাট্‌না লৈ ওপৰলৈ উঠি আহিল। সিপাৰৰ পাকৰীৰপৰা বাঁহীৰ সুৰে সুৰে উৰি আহিল এফাঁকি বিহুগীত:

"লুইতৰে বালি বগী ধকে ধকী
কাছই কণী পাৰে লেখি।
গাতে জুই জ্বলে সৰিয়হ বাগৰে
চেনাইক পানীৰ ঘাটে দেখি॥"

সিহঁতে দীঘল চুলিবোৰ আঁচুৰি আঁচুৰি খিল্‌খিলাই উঠিল। সেই হাঁহিৰ টুকুৰা ভাঁহি আহি ডিম্বেশ্বৰৰ কাণত পৰিল। মনে মনে ডিম্বেশ্বৰে ভাবিলে: আমি নিবিচাৰিলেও জানো বিধাতাই দিন ৰাতি নোহোৱাকৈ ৰাখে! গছত ফুলো ফুলিব, বিহুও আহিব। বাৰিষাও আহিব! হেই, পাথ্‌ৰী হেই!……

## পাঁচ

আকাশ ক'লা হৈ কালদিয়াৰ বালি চাপৰিৰ ঝাউবনলৈ নামি আহিছিল। স্কুলৰপৰা উভতি অহা পৰমা মাষ্টৰে হাত-ভৰি ধুই, ঘৈণীয়েক নিৰুপমাই দিয়া চাহ-জলপান খাই, নঙলামুখলৈ এনেয়ে এবাৰ ওলাই আহিল। পশ্চিমৰ আকাশত ডাৱৰ জমা হৈছে। বৰষুণ আহিব।

আজি মাষ্টৰ অহাত দেৰি হোৱা বাবে আৰু বৰষুণ অহাৰ এই প্ৰস্তুতিলৈ চাই নিৰুপমাই পুতেক দীপাংকক গৰুকেইটা আনিব দিছিল। গৰুকেইটা অনাৰ চলতে সি নৈত গা ধুইও আহিল। নঙলামুখত দেউতাকক দেখি সি ভূত দেখা মানুহৰ দৰে উচাপ খাই উঠিল। লগে লগে হাতখনেৰে খেপিয়াই চালে, মূৰৰ চুলিখিনি তেতিয়াও তিতি আছে—'হেই কাজলী হেই' বুলি বাঁহৰ চেকনীডালেৰে অপ্ৰয়োজনীয়ভাৱে বগী খীৰতী গাইজনীক কোব সোধালে। দেউতাকক একো কবলৈ বিচাৰি নাপাই স্বগতোক্তি কৰাৰ দৰে ক'লে, 'বৰষুণ আহিব।' দূৰৈৰ আকাশখনলৈ অন্যমনস্ক হৈ উদাস দৃষ্টিৰে চাই ৰোৱা পৰমা মাষ্টৰে মুখখন ঘূৰোৱাকৈ শলাগিলে—"অ' ধুমুহাও আহিব।"

গোহালি ঘৰত গৰুকেইটা বান্ধি দীপাংক মাকৰ ওচৰত হাজিৰ হ'ল, তাক চাহ-জলপান লাগে।

: দে অ' আই, বৰ ভোক লাগিছে।

: ৰ, ইমানকৈ চিঞৰিব নালাগে, দিনৰ দিনটো টলো-টলোকৈ ঘূৰি টাংগুটি খেলিব, নৈত সাঁতুৰিব আৰু অইন কাম নাই। স্কুলৰপৰা আহিয়ে দিলে দৌৰ। আৰু, আৰু সেই ৰত্নেশ্বৰ মণ্ডলৰ ল'ৰাৰ লগত তোৰ কিহৰ ইমান সম্বন্ধ? তাৰ পিতাক যিহে গোঁৱাৰ মানুহ, কেতিয়াবা ধেমালি কৰোঁতেই কাজিয়া নহ'লে ৰক্ষা। ধমকনি দিয়াৰ সুৰত নিৰুপমাই ক'লে।

মাকৰ ধমকনি শুনি সি শান্ত হৈ চাহত চিৰা দিয়া বান-বাটিটো হাতত তুলি ললে। পুৰণি, কিছু অংশত মামৰ ধৰি ক'লা হৈ পৰা চামোচখনেৰে চাহৰ বাটিৰপৰা চিৰা আনি মুখত দি গৰমৰ কাৰণে ওকোলাই দি 'আই ঐ' বুলি চিঞৰি আকৌ সেহাই সেহাই গিলি থলে।

নঙলামুখৰ শেৱালিৰ তলত বৈ আকাশখনলৈ কৌতূহলী দৃষ্টিৰে চাই আছিল। ধুমুহা বৰষুণ আহক—কালদিয়াত কালিকা নচৰিলেই ৰক্ষা!

চাহ-জলপান খোৱা শেষ হোৱাৰ পিছত চালনীৰে চাউল জাৰি থকা নিৰুপমাক অপ্ৰস্তুত কৰি দীপাংকই প্ৰশ্ন কৰিলে—আই! মণ্ডলৰ ল'ৰা অনুপৰ দৰে পিতাই কিয় মোক ৰঙা ডাঙৰ ৰবৰৰ বল আনি নিদিয়ে? সি টাউনৰপৰা অনা ইমান ধুনীয়া ধুনীয়া চোলা পিন্ধে! আই, তুমি পিতাক কবা দেই মোকো তেনেকুৱা এটা বল আৰু চোলা আনি দিব লাগিব।

ঃ অনুপৰ দেউতাকৰ যিমান টকা আছে তোৰ পিতাৰৰ জানো সিমান টকা আছে—যে লাগ বুলিলেই তোক বল আনি দিব, ধুনীয়া চোলা আনি দিব? নিৰুপমাই হতাশভাৱে কৈ উঠিল।

উদং বানবাটিটো সমুখত লৈ টুংটাংকৈ বজনা মাৰি দীপাংকই ভাবিলে অনুপৰ ধুনীয়া চোলাটোৰ কথা। ৰঙা বলটোৰ কথা। বলটো হেনো চহৰত থকা ঠিকাদাৰ মোমায়েকে দিছে। সিও এনেদৰে ধুনীয়া চোলা পিন্ধিব পালে—ৰঙা ডাঙৰ বল খেলিবলৈ পালে কিমান স্ফূৰ্তি লাগিলহেঁতেন। অনুপহঁতৰ ঘৰটো ইমান ধুনীয়া! আইনা থকা দুৱাৰ-খিৰিকী—ম'হৰ শিং, পহুৰ শিঙত আঁৰি থোৱা কৃষ্ণ গোসাঁইৰ ছবি, মহাত্মা গান্ধীৰ ছবি ইমান ভাল লাগে। সিহঁতৰ কলৰ গাননে ৰেডিঅ' এটাও আছে। নিজৰ ঘৰ আৰু মণ্ডলৰ ঘৰৰ সম্পূৰ্ণ দুখন বেলেগ ছবি তাৰ দুচকুত জিলিকি উঠিল। এটা হুমুনিয়াহ কাঢ়ি সি পিৰালিলৈ ওলাই আহিল। দেউতাকে আঘোণা আৰু ডিম্বেশ্বৰ খুৰাকৰ লগত কিবা

কথা কৈ আছে। সি আজি হঠাতে আৱিষ্কাৰ কৰিলে—তাৰ পিতাক পৰমানন্দ কাকতি মাষ্টৰক সকলো মানুহে সন্মান কৰিলেও, ৰত্নেশ্বৰ মণ্ডলৰ তুলনাত দেউতাক যেন বহুত সৰু।

ঘৰৰ ভিতৰত চাকি জ্বলিল। ময়ূৰ মাৰ্কা মিঠাতেলৰ টিনেৰে চালি দিয়া, তুলসী জোপাৰ কাষতে থকা সৰু নামঘৰত মাষ্টৰৰ ছোৱালী সাবিত্ৰীয়ে এগছি বন্তি জ্বলাই আঠুকাঢ়ি, হাত যোৰ কৰি নেদেখা ঈশ্বৰক প্ৰাৰ্থনা জনালে।

পৰমা মাষ্টৰে নঙলামুখৰপৰা উভতি আহি পিৰালিতে থকা, হাত নোহোৱা, পিতাকৰ দিনৰ পুৰণি চকীখনতে বহিল। কেৰ্-কেৰাই উঠা চকীখনৰ অস্বস্তিকৰ শব্দটোত মাষ্টৰ বিৰক্ত হ'ল। মূৰৰ ওপৰত এজাক ক'লা মহে ভুনভুনাই উৰিব ধৰিছে। কান্ধত লোৱা গামোচাখনেৰে এবাৰ পিঠিত এবাৰ বুকুত পেলাই মহ খেদিলে। ছিগি যোৱা হাৱাই চেণ্ডেলৰ ফিটাডালত গুণাৰ তাঁৰেৰে বন্ধা বান্ধটোৰ এটা আগ ওলাই কাঁইটৰ দৰে বিন্ধি আছিল। তাঁৰে বিন্ধা, তেজ ওলোৱা অংশটো মাষ্টৰে হাতেৰে মোহাৰি দিলে। মুখেৰে এটা হামি ওলাই আহিল—তপত নিশাহৰ লগতে 'হ' আৰু 'অ' ধ্বনি দুটা একেলগে বাহিৰ হৈ আহিল। তাৰ পিছতে উচ্চাৰণ কৰিলে 'আই অ'।'

পিৰালিতে বহি আকাশখনলৈ চাই দীপাংকই দেউতাকক প্ৰশ্ন কৰিলে—"বানপানীৰ লগতে কালদিয়াত মাছৰ জাউৰো আহিব নহয় পিতাই?"

তাৰ প্ৰশ্নৰ 'বানপানী' শব্দটো শুনি মাষ্টৰ অজানিতে আতংকিত হৈ পৰিল। এটা সুনিশ্চিত সত্যৰ দৰে কিছুমান অনিশ্চিত বিপদ! "যা বতাহ বৰষুণ আহিব—ঘৰৰ ভিতৰলৈ যা।"

নিশ্চুপ হৈ অকলশৰে পৰমা মাষ্টৰে চকীখনত বহি গুণগুণাই গালে—"পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে……" বিবৰ্ণ ধূসৰ নীল ৰঙৰ হাৱাই চেণ্ডেল পিন্ধা ভৰি দুখনেৰে লগে লগে তাল

মিলাইছিল—অথচ মনৰ মাজত ভাঁহি আছিল—এক অনাকাংক্ষিত বিপদৰ আগজাননীৰ হতাশা।

একেৰাহে সাতদিন কলহৰ কাণেদি বৰষুণ দিলে। ওচৰে-পাজৰে থকা দোং-খালৰপৰা জপিয়াই জপিয়াই চেঙেলি মাছ ওলাই আহিল। হাঁহ-মুৰ্গীয়ে থহ্‌থহাই গিলিলে। কেঁচু-কুমতিৰো একেই দুৰ্গতি হ'ল। অবিৰাম বৰষুণৰ ফলত ইখন গাৱেঁ সিখন গাৱঁৰ মুখ নেদেখিলে। কালদিয়া নৈত জাকে জাকে আকাশৰ ক'লা ডাৱৰ নামি আহিল। চাপৰিৰ ঝাউবন ঢাকি থলে ঈষৎ কজলা ক'লা ডাৱৰে। বিজুলী-গাজনিৰে বাৰে বাৰে চমকি উঠিল আকাশৰ বুকু।

কালদিয়া নৈত দেওধনি লাগিল। ৰাতিৰ নিৰ্জনতা ভেদি বৰষুণ, মেঘৰ গাজনি আৰু হো-হোকৈ বৈ যোৱা কালদিয়া নদীৰ কালমূৰ্তিয়ে বকুলগুৰি, ৰামপুৰ, বনগাওঁ, শিঙিমাৰি সমগ্ৰ নৈপৰীয়া অঞ্চলৰে টোপনি হৰি নিলে। সোণাখাইতীৰ ঘাটত, মৰাসুঁতিৰ পাৰত জোলোকা জোলোকে পানীয়ে গৰা খহাই নিলে। পাহাৰত বৰষুণ হৈছিল। হিলদ'ল ভাঙি বৈ অহা কালদিয়াই নৈৰ পাৰ বাগৰি বালি চাপৰিৰ ওপৰেদি গতি কৰিলে। আহুখেতি, মৰাপাটৰ খেতি পানীৰ বুকুত জাহ গ'ল।

নাই, আকাশত বেলি ওলোৱাৰ লক্ষণ নাই। মেঘে আকাশ ওন্দোলাই আছে। পৰমা মাষ্টৰৰ ঘৰত আহি দিনে-পোহৰে মৌলবী, জয়কান্ত, ডিম্বেশ্বৰ, কৰিম, আঘোণা সকলোৱে এই দুৰ্য্যোগৰ পৰিত্ৰাণৰ বাবে কি কৰা উচিত হ'ব আলোচনা কৰিলে। পৰস্পৰে দিহা-পৰামৰ্শ ললে। ৰাতিৰ ভিতৰত কি হয় ঠিক নাই। যিবিলাকৰ চোতাল-ঘৰত পানী সোমাল সিবিলাক ইতিমধ্যে আঁহতগুৰিৰ চৰকাৰী ৰাস্তালৈ গ'ল। ৰাইজে কলগছৰ ভেল, নাও যিয়ে যেনেকৈ পাৰে সাজু কৰি ৰখা ভাল হ'ব ইত্যাদি আলোচনা কৰি সাঁজ গঢ়োতে দিহাদিহি ঘৰলৈ গ'ল। পাতল এন্ধাৰ আৰু বেঙৰ মাতৰ মাজেদি মানুহবোৰে ঘৰলৈ খোজ ল'লে।

জেকা মাটিৰ পিছল ৰাস্তাৰে খুপি খুপি মৌলবীয়ে খোজ দিলে মৰা কেঁচু-কুমতি-এন্দুৰৰ গোন্ধ, জেকা মাটিৰ গোন্ধ উৰি আহি মৌলবীৰ নাকত লাগিল। বিজুলীয়াই থকা আকাশখন যেন ফাটি চিৰা-চিৰ হৈ তললৈ খহি পৰিব। এডাল ক'লা সাপ লেউ-লেউকৈ তীব্ৰ গতিৰে মৌলবীৰ আগেদি পাৰ হৈ গ'ল। বিজুলীৰ পোহৰত কেৱল ক'লা ৰংটোহে দেখিলে। বুকুখন ঢপ্‌ঢপাই উঠিল। পকেটৰপৰা বিৰি এটা উলিয়াই জ্বলাই লৈ বেগাবেগিকৈ খোজ দিলে। নৈখনৰ হৰ্ হৰ্ শব্দটো তীব্ৰ হৈ আহিছে। নৈৰ পাৰ কেতিয়াবাই বাগৰিল—বহুতৰ চোতাল-ঘৰো ডুবিল—ন-চুবুৰী, শিমলুৰ তল, বৰহাটী এইকেইটা চুবুৰী ওখ ঠাইত থকা বাবে এতিয়ালৈ পানী উঠা নাই। ৰাতিৰ ভিতৰত বা আৰু কি হয় আল্লাইহে জানে। নৈৰ বুকুত এটা গৰা খহাৰ শব্দ হ'ল। আকাশত ভূগোলৰ মেপৰ ব্ৰহ্মপুত্ৰ নদী-খনৰ দৰে বিজুলী জিলিকি উঠি গুম্ গুম্ শব্দ কৰিলে। নৈত তাৰ ধ্বনি প্ৰতিধ্বনিত হ'ল। নৈৰ সোঁতৰ শব্দ, মেঘৰ গাজনি, ভেকুলীৰ মাত সকলোৰে মিলি যেন এক আতংকৰ, মৃত্যুৰ কোৰাছৰ সৃষ্টি কৰিলে।

ৰাতিৰ বুকু ফালি হিৰ্ হিৰ্ শব্দই, কালদিয়াৰ প্ৰবল বন্যাই ঢাপলি মেলিছিল পথাৰ, গাওঁ, ঝাউবন চাপৰি সকলো একাকাৰ কৰি। বৰষুণৰ শব্দ। বতাহৰ শব্দ। আতংকত আৰ্তনাদ কৰি উঠিল দোভাগ ৰাতিৰ গোটেই গাওঁখনে। নৈৰ পানীয়ে মানুহৰ চোতাল-ঘৰ বুৰাই পেলালে। কান্দোন, চিঞৰ-বাখৰ, হাঁহাকাৰত যেন সমগ্ৰ পৃথিৱীখন লীন গৈ আছে।

"বোলো মাষ্টৰ সাৰ পাইছানে নাই"—আকৌ সেই একেই মাত! পৰমা মাষ্টৰ বিচনাৰপৰা নামি আহিল। পিৰালিৰ শিলচটাত চপ্‌চপকৈ পানীয়ে শব্দ কৰিছে। গোটেই চোতালখন পানীত বুৰ গৈছে। ভিতৰলৈ গৈ খৰখেদাকৈ নিৰুপমাক জগাই দিলে—কেতিয়া কি হয় একো ঠিক নাই। বৰষুণত তিতি হাতত

টৰ্চ লৈ মৌলবী-কৰিম-জয়কান্ত, ইন্দ্ৰ, আঘোণাহঁতে তুখন নাও লৈ মাষ্টৰৰ বাৰীৰে আহি পুখুৰীটোৰ পাৰত ৰ'ল। মৌলবীয়ে চিঞৰিলে: মাষ্টৰ, অ' মাষ্টৰ, বোলো সাৰ পাইছানে ?

: কোন হয় সেইটো !

: উঠাহঁক, গাৰঁত বৰ বিপদ !—হয়, আক্ৰামুদ্দিন মৌলবীৰে মাত। মাষ্টৰে হাতত টিপ্‌চাকিটো লৈ পিৰালিলৈ আহিল। বতাহ-বৰষুণৰ সোঁ-সোঁৱনিত চাকিটো নুমাই গ'ল। 'মাষ্টৰ আমিহে' বুলি টৰ্চ মাৰি মৌলবী-আঘোণাহঁত মাষ্টৰৰ ঘৰলৈ আহিল। তিতি-বুৰি, ফোপাই-জোপাই মৌলবী, কৰিম, ইন্দ্ৰকান্ত আঘোণাহঁতে আহি মাষ্টৰৰ পিৰালিত ভৰি দিলে। মাষ্টৰে ভিতৰলৈ মাতিলে। মৌলবীয়ে খৰখেদা লগাই ক'লে: এতিয়া আৰু বহাৰ সময় নহয়—ব'লা ব'লা সোনকালে কিবা এটা কৰিবহে লাগে। সনাতন, ডিম্বেশ্বৰ, নিৰঞ্জনহঁতে নাৱেৰে, ভেলেৰে যিয়ে যেনেকৈ পাৰে আঁহতগুৰিৰ পি· ডব্লিউ· ডি· ৰাস্তালৈ মানুহবোৰক লৈ গৈছে। মাষ্টৰে কথাৰ গুৰুত্ব বুজি হাতত দাখন লৈ, জুই-বাহ আৰু ছাতিটো লৈ ওলাই আহিল।

: নাও কেইখন আনিছা ?

মৌলবীয়ে ক'লে: নাও তুখন আনিছোঁ। এখন ইয়াতে থাকক—এইখন চুবুৰীৰ মানুহখিনিৰ আপদ-বিপদ হলে লৈ যাব। ইয়াত কৰিমো থাকিব। বেগাই ব'লা। কৰিমক মাষ্টৰৰ ঘৰতে থৈ পুখুৰীৰ পাৰত নাওখন বান্ধি মৌলবী-মাষ্টৰহঁত গুচি গ'ল। আঘোণাই জোৰেৰে বঠাৰ চাব মাৰিলে।

নিৰুপমাই পিৰালিৰপৰা কৰিমক ভিতৰলৈ মাতি নিলে। তিতা কাপোৰ-কানি, তাতে আকৌ সেমেকা বতাহ, দাঁতে দাঁতে উঠা কঁপনিৰ শব্দটো শুনি নিৰুপমাই কৰিমলৈ চালে। সি জাৰত কঁপিছে। "ল এইখন গামোচা, ভালদৰে গা মুৰ মচি ল—ৰ' মই চাহ পানী এটোপাকে কৰোঁ" বুলি নিৰুপমা চোকাৰ ওচৰলৈ গ'ল।

: খুৰীদেউ, আপুনি মিছাতে এই ৰাতিখন কষ্ট নকৰিলেও হ'ব কৰিমে ক'লে ।

: কিমান সময়নো লাগিব ! আৰু মইতো কেৱল একাপ চাহহে বনাম । এই বিপদৰ সময়ত যে গাৱঁৰ মানুহক একো সহায় কৰি দিব নোৱাৰোঁ—অপৰাধীৰ দৰে কৈছিল নিৰুপমাই ।

: মৌলবী খুৰা, মাষ্টৰ দাইটি থাকোঁতে ইমান চিন্তা কৰিব নালাগে খুৰীদেউ । সাতখন নাৱেৰে গাৱঁৰ মানুহক চৰকাৰী ৰাস্তালৈ লৈ যোৱা হৈছে । কি কব খুৰীদেউ, মানুহৰ দুখ-দুৰ্গতিৰ সীমা নাই । পৰমেশ্বৰ দাইটিৰ গোহালিৰ গৰুকেইটা গলত পঘা বন্ধা অৱস্থাতেই পানীৰ তলত । পমিলাৰ বায়েকৰ কেঁচুৱাটো পানীয়ে ক'লৈ বা উটুৱাই লৈ গ'ল !

নিৰুপমাৰ বুকুখন চিৰিং কৈ গ'ল । কিমান মানুহৰ যে আলৈ-আথানি হ'ল ! নৈখৰ ওপৰত নিৰুপমাৰ ভীষণ খং উঠিল । কেটলিৰপৰা পানী উতলি কেতিয়াবাই ভক্ ভক্ শব্দ কৰিলে । নৈৰ গৰা খহনীয়াত বাগৰি পৰা গছৰ দৰে স্থবিৰ হৈ নিৰুপমাই জুইকুৰালৈ চাই ৰ'ল । অসংখ্য মানুহৰ হাঁহাকাৰ, কান্দোন, পানীৰ শব্দৰ সতে একাকাৰ হৈ ৰাতিৰ নিৰ্জনতা ভাঙি দিছিল ।

: কৰিম, গাৱঁৰ ৰাইজৰ অৱস্থা এতিয়া কি হ'ব ?—নিৰুপমাই অসহায়ভাৱে প্ৰশ্ন কৰিলে ।

: কি হ'ব আৰু খুৰীদেউ, এয়াতো আমাৰ বাপতিসাহোন ঈদৰ দৰে, বিহুৰ দৰে প্ৰতিবছৰে বানপানী আহে । কালদিয়াৰ ওপৰত ৰাইজ কষ্ট হয় । বানপানী শুকাই পথাৰত পলস পেলাই যোৱা বোকাত ন-ধানে গজালি মেলিলে গাৱঁৰ মানুহে সেই কথা পাহৰি যায় ।—অভিজ্ঞৰ দৰে উত্তৰ দিলে কৰিমে । চৰকাৰকতো তিনিদিন আগতে মৌলবী খুৰাই খবৰ দিছিল নাও আৰু সাহায্যৰ বাবে । কিন্তু ক'তা, আমো নাই ফমুটিও নাই । ইপিনে মানুহ মৰি শেষ হোৱাৰ পিছত আহিব বিলিফৰ নাও, উদ্ধাৰকাৰীৰ দল । বাতৰি কাকতত সিহঁতৰ ফটো ওলাব । কিন্তু বকুলগুৰিৰ পৰমা

মাষ্টৰ, মৌলবী খুৰাৰ ছবি বাণ্ডৰি কাকুতত নোলায়। বন্তাহ-বৰষুণত তিতি উদ্ধাৰ কৰা মানুহবোৰৰ খবৰ কোনেও নাপায়। সেই ৰত্নেশ্বৰ মণ্ডল, বছিৰ দোকানী চালা হুয়োটা এক নম্বৰ হাৰামী। ইমানকেইখন নাও আছে—বোলো এখন নাও দে, ৰাইজৰ সহায় হ'ব! নাই, তাৰ কথাতে আঁকোৰ গোজ—'বকুলগুৰিৰ ৰাইজক বানপানীত সহায় কৰিবলৈ সিহঁতে নাও সজা নাই'—ক্ষোভত, দুখত বহুতো কথাকে কৈ গ'ল কৰিমে। গৰম চাহ এবাটি খাই সি নতুন শক্তি পালে।

ঃ নকবি অ' কৰিম, সেইবোৰ জানো মানুহৰ লায়ক হয়। গাৱঁৰ মানুহৰ দুখ-বেদনা কি বুজি পাব। কেৱল টকাহে চিনি পায়। নিৰুপমাই ক'লে।

হাতৰ তলিত চূণ অকণ লৈ কৰিমে বান্দৰ মাৰ্কা চাধা মোহাৰি মোহাৰি ক'লেঃ খুৰীদেউ, আপুনি শুই থাককগৈ; ৰাতিও বেছি দেৰি নাই, অলপ শুই লওক—মই ইয়াতে আছোঁ—বুলি মজিয়াত পাৰি থোৱা পাটিদৈৰ পাটিখনতে বহি পৰিল।

ঃ মোৰনো ক'ত টোপনি আহিব এই সময়ত! সিহঁত দুটাৰ কাষতে থাকোঁ দে। খুৰাদেৱেৰৰ বিচনাৰ তলৰ বাঁহৰ চুঙাটোত তামোল-পাণ আছে, কাটি খাবি।

ঃ ভাল বাৰু।

ওচৰত ক'ৰবাত সাপে বেং ধৰা শব্দ হৈছে। শেষ মুহূৰ্ত্তলৈ আপ্ৰাণ চেষ্টা কৰিও জীয়াই থাকিম বুলি চিঞৰি চিঞৰি বেঙটো অৱশেষত নিমাত হৈ ৰ'ল। বাহিৰত কেৱল বতাহৰ গোঁ-গোঁৱনি শব্দ, নদীৰ পানীৰ হৰ্ হৰ্ শব্দ আৰু মৃত্যুমৌন স্তব্ধতা।

দুৰ্য্যোগৰ মাজেদি এটা ৰাতি শেষ হৈছিল। ৰাতিপুৱা আঁহতগুৰিৰ চৰকাৰী ৰাস্তাৰ ওপৰত দেখা গ'ল বন্যাক্ৰান্ত মানুহৰ জুম যেন ৰাস্তাত পৰি থকা শিলগুটি। মানুহ-গৰু-ছাগলীৰ মল-মূত্ৰ, মৰা কেঁচু-কুমতি, কেঁকোৰা, শামুকৰ ভঙা খোলা, জোকৰ তেজ, বোকা-পানীৰ গোন্ধ, তাৰ মাজতে, আঁহতগুৰিৰ এই ওখ ৰাস্তাটোত

মানুহবোৰে আশ্ৰয় লৈছিল। জীৱনৰ মোহত মানুহবোৰে উপলব্ধি কৰিলে—আঁহতগুৰিৰ এই চৰকাৰী ৰাস্তাটো সঁচাকৈ ওখ হিমালয়ৰ দৰে। ভগা কলহ, ভাতৰন্ধা চৰু, তাঁতশালৰ আধাবোৱা চুৰিয়া, চাদৰ-মেখেলা, পানীত তিতা মহুৰা, সিঁচৰতি হৈ থকা ধান, গুড়াসান্দহ, চিৰা, ভগামাটিৰ টেকেলিৰ খোলা, ৰংবিহীন বিবৰ্ণ মামৰে ধৰা চন্দুক, টিনৰ চুটকেছ্, কাপোৰ-কানি, সাজ-বাচনবোৰেও শিলপৰা কপৌৰ দৰে বৈ থকা মানুহবোৰৰ বিষণ্ণ ক্লান্ত মুখবোৰলৈ ৰ' লাগি চাই আছিল।

তিৰোতা কিছুমানে কান্দি-কান্দি টোপনি গৈছিল—তেতিয়াও সেমেকা চকুৰ পতাত চকুপানীৰ দাগবোৰ আকাশৰ বিজুলীৰ দৰে জিলিকি আছিল। কিছুমানে গালে-মুখে হাত দি সাগৰসদৃশ বান-পানীলৈ চাই হুমুনিয়াহ কাঢ়িছিল। ল'ৰা-ছোৱালীবোৰে, কিছুমানে কাৰোবাৰ ঠেং মূৰৰ ওপৰত তুলি, কিছুমানে কাৰোবাৰ ঠেঙত মূৰ তুলি দি কাপোৰ-কানিৰ দ'মৰ মাজত বাৰিষাৰ কেঁচুৰ লদাৰ দৰে, পকৰাৰ মথাৰ দৰে শুই আছিল। তিৰোতা কেইগৰাকীমানে নিৰ্লজ্জভাৱে, বেপৰোৱাভাৱে সযতনে লুকাই ৰখা স্তনবোৰ, কান্দি থকা শিশুৰ মুখত গুজি দি পানীৰ ঢৌ লেখি বিমূঢ়ভাৱে বৈ আছিল। মূৰৰ ওপৰত চক্ৰাকাৰে কাউৰী-চিলনী উৰি কল্‌কলাই থাকিল।

মৌলবী খুৰা, আঘোণাহঁতে ডাঙৰ নাও তুখনত পিতলৰ থালী-কেৰাহিৰ সৈতে চাউল-দালি, কাচকল, কেৰাচিন, জুইশলাৰ বাহ লৈ আহি চৰকাৰী ৰাস্তাত থলে। নাৱৰ কৰিত বান্ধি কলগছ কেইডালমানো লৈ আহিছিল। ভাতৰন্ধা পিতলৰ থালী-কেৰাহি দেখি চাউল-দালি, তৰকাৰীবোৰ দেখি বহুসময় পাহৰি থকা ভোকটো এতিয়াহে ভালকৈ উপলব্ধি কৰিলে। সঁচাকৈয়ে সিহঁতৰ ভোক লাগিছে—সিহঁতে কিবা খাবলৈ বিচাৰিছে।

ইতিমধ্যে ৰাতা-ৰাতিয়ে গৈ চহৰৰপৰা ডাঙৰ নাও এখনত চাউল-দালি-কেৰাচিন আৰু অন্যান্য প্ৰয়োজনীয় বয়-বস্তু লৈ পৰমা মাষ্টৰ, ডিম্বেশ্বৰ আৰু জয়কান্ত উভতি আহিল।

প্ৰথমতে বন্যাগ্ৰস্ত মানুহবোৰক গুড় অকণৰ সৈতে শুকান চিৰা বিলাই দিলে। আৰু বা কিমান মানুহ আছে ঠিক নাই। মাষ্টৰে বানপানীৰ কথা সদৰত জনাই থৈ আহিছে—বাতিলৈ নাও আহি পাব পাৰে। কানাই ঘাটত থকা প্ৰকাণ্ড মাৰনাও-খনো হেনো বানপানীত ক'লৈ উটি গ'ল ঠিক নাই।

মাষ্টৰ-মৌলবীয়ে আলোচনা কৰি গধূলিৰ আগে আগে মানুহ-বোৰক খিচিৰি ভাতকে দিয়াটো ঠিক কৰিলে। বেলিও মূৰৰ ওপৰ পালে। মানুহবোৰে শুকান চিৰা চোবাই চিন্তা কৰিলে—বানপানী বা আৰু কিমান দিনলৈ এনেকৈ থাকে!

চৰকাৰী ৰাস্তাৰ ওপৰতে তিনিটা শিলৰ উধান কৰি জয়কান্ত-ইন্দ্ৰ-কৰিম-ইয়াকুবহঁতে জুই জ্বলাই, কেৰাহী ধুই, পিতলৰ থালীত খিচিৰি ৰন্ধা কামত আগবাঢ়িল। সুমলা, পটেশ্বৰী, ৰোশনাৰাহঁত তৰকাৰী কটাত লাগিল। মৌলবী আৰু মাষ্টৰে সিহঁতক সকলো দায়িত্ব বুজাই দি ৰমাকান্তক লগত লৈ গাৱঁলৈ আহিল; আৰু বা গাৱঁত কাৰ কি বিপদ!

মৌলবী, মাষ্টৰ কোনেও একো কথা নোকোৱাকৈ গৈ থাকিল : মাথো ৰমাকান্তৰ নাৱৰ বঠাখনৰ চাবৰ শব্দটো বহু দূৰলৈ উটি গ'ল। দূৰৈৰ গাৱঁৰ শেষ স্মৃতিকণ জীয়াই আছিল—বাঁহবনৰ আগত, তামোল গছৰ পাতত। পানীত ওপঙি উঠা এটা মৰা গৰুৰ শত পৰি কেইজনীমান কাউৰীয়ে কেল্‌কেলাই ঢৌৰ সোঁতে সোঁতে গৈ থাকিল। চিৰপৰিচিত দৃশ্যৰ দৰে মৌলবীয়ে, মাষ্টৰে নিশ্চুপ হৈ মৰাশটো দেখিও নেদেখাৰ দৰে গৈ থাকিল।...... মৌলবীয়ে গুণগুণাই গালে "তুমি আল্লা চাহেব ঐ যদি কৰা দৰিয়াৰ পাৰ......"

## ছয়

বানপানী, বানপানীৰ পিছত মহামাৰী, কিবাকিবি বহুতো হেকওৱাৰ দুখ-দৈন্য, এক ভয়ংকৰ দুৰ্য্যোগ শেষ হৈ যোৱাৰ শেষত মানুহবোৰৰ ক্লান্তি আৰু অৱসাদ দূৰ নোহওঁতেই আকৌ আৰম্ভ হ'ল খেতি-পথাৰৰ কাম। শালিধান ৰোৱাৰ বতৰ। কালদিয়াৰ পাৰৰ ঝাউবনত তেতিয়াও বাৰিষাৰ পলসৰ দাগ।

পলস পৰা মাটিৰ বোকাত মানুহে হাল বোৱা, বোকা দিয়া, কঠিয়া তোলা, ভূঁই ৰোৱা কামত ব্যস্ত। জাকে জাকে গাৱঁৰ মুনিহ-তিৰোতা জীয়ৰী-বোৱাৰীয়ে হাতত জলপান লৈ, হাঁচতিত তামোল লৈ আকৌ ঢাপলি মেলিছে কালদিয়াৰ পাৰৰ পথাৰলৈ, যোগীৰবড়ীৰ পথাৰলৈ, বনগাওঁ ৰামপুৰৰ চিনাকি পথাৰলৈ। আকৌ আৰম্ভ হৈছে দৈনন্দিন জীৱন যাত্ৰা। জীয়াই থকাৰ সংগ্ৰাম। কালদিয়াৰ পাৰৰ শ্ৰমজীৱী মানুহে এনেদৰে জন্ম-মৃত্যু ধ্বংস-সৃষ্টিৰ চিৰন্তন পথেদি আগবাঢ়ি গৈ আছে।

বানপানীয়ে মহতিয়াই যোৱা গাৱঁৰ পথাৰবোৰলৈ প্ৰাণচঞ্চল ব্যস্ততা নামি আহিল।

পৰমা মাষ্টৰে তেনেদৰে খেতি কৰা নাছিল। পিতাকৰপৰা উত্তৰাধিকাৰ সূত্ৰে পোৱা যিখিনি তাকৰীয়া মাটি আছিল সেই-খিনিৰে সৰু পৰিয়ালটো ভালদৰে চলি গৈছিল। আহু খেতিটো মাষ্টৰে নকৰিছিল—বানপানীৰ কাৰণে আহুখেতিৰ নিশ্চয়তা নাই। শালি খেতিৰ বতৰত মাষ্টৰে নিজে কষ্ট কৰি, হাল কিনি খেতি কৰিছিল। হাল বোৱাৰ বাবদ প্ৰতি বিঘা মাটিৰ বাবে কেতিয়াবা টকা দিছিল নহলে ধান দিছিল। গৰুহাল নহলেও পৰমা মাষ্টৰে হালবোৱা কঠীয়া তোলাত অকণো হেলা নকৰিছিল। খেতিৰ বতৰত জয়কান্ত-আঘোণাহঁতে মাষ্টৰক সহায় কৰি দিছিল। শালি ধানেৰে বছৰটো জুৰিছিল যদিও শিঙিমাৰিত বিয়া দিয়া জয়ন্তী নামৰ

ভনীয়েকজনীক মাজে সময়ে সহায় কৰি দিয়াৰ প্ৰয়োজন হৈছিল। তিনিটা ল'ৰা-ছোৱালী জন্ম দিয়াৰ পিছত এদিন ভনী-জোঁৱায়েক কালিচৰণে তেজ-হাগনিত পৰি জয়ন্তীক বিধবা সাজি গুচি গ'ল।

পথাৰত হাল বোৱা মানুহৰ গৰু খেদা শব্দ, কঠীয়া তুলি ভৰিত মাটি জোকাৰি মৰা কোবৰ চট্ চট্ শব্দ। ভুঁইৰোৱা জীয়ৰী-বোৱাৰীৰ হাঁহি-খিকিন্দালিত গোটেই পথাৰ উচ্ছল হৈ পৰিল। ৰ'দৰ তাপত মূৰৰ ঘাম কাণৰ কাষৰ কুমেদি বৈ আহি গলধনেৰে নামি আহি বুকুত পৰি, আৰু তললৈ বৈ গৈছিল। কিছুমানে মাটিৰ কলহৰপৰা ঢোকা-ঢোকে পানী গিলি চুৰিয়াৰে, গামোচাৰে, চাদৰৰ আঁচলেৰে ঘামত তিতা মুখবোৰ এবাৰ মচিলে। মুখত আকৌ বিন্দু বিন্দু ঘাম বিৰিঙি উঠিল।

ডিম্বেশ্বৰে কপালেৰে বৈ অহা ঘামখিনি মচি ৰোৱাৰ আলিত থৈ দিয়া খেৰৰ জুমুঠিটোৰপৰা জুই আনি এচিলিম ধঁপাত জ্বলাই ললে। সি একান্ত মনে হুপি হুপি ধোঁৱা এৰি দিলে। ধোঁৱাবোৰ ঘামৰ গোন্ধ, বোকাৰ গোন্ধ, ৰ'দৰ গোন্ধৰ লগত একাকাৰ হৈ উৰি গ'ল। সৌটো জুৰমনে বোকাদি আছে। পটেশ্বৰী-জানকীহঁতে ভুঁই ৰুই আছে। মাষ্টৰ ককাইদেউ আজি পথাৰলৈ নাহিল দেখোঁ। অ' স্কুল আছে নহয়, আহিছিল যদিও গ'ল—ইমান বেলিলৈ নাথাকে। আ সৌৱা ৰত্নেশ্বৰ মণ্ডল, হয় ৰত্নেশ্বৰ মণ্ডল। কিয়বা আহিছে! ডিম্বেশ্বৰৰ বুকুখন চিৰিংকৈ গ'ল। চিলিমটোৰ পৰা জুইৰ কুকুহা উৰি আহি তাৰ বুকুত পৰাত সি চিলিমটো তললৈ নমাই আনি উবুৰিয়াই দিলে। আধা পোৰা ধঁপাতখিনি বাছি বাছি আকৌ কলপাতখনত ভৰাই থলে। মণ্ডলৰ লগত সৌটো চোন বছিৰ মহাজন—বছিৰ দোকানী। একেলগে দুয়োটা আহিছে। ঢুডাল সাপ যেন লেউলেউকৈ ডিম্বেশ্বৰৰ ওচৰলৈ আগবাঢ়ি আহি আছে।

সিহঁত দুটা যিমানে ওচৰ চাপি আহিছে—ডিম্বেশ্বৰৰ বুকুৰ ঢপ্ ঢপনি সিমানে বেছি হৈছে। মণ্ডলৰ মুখত দেখো থং ভাবো নাই! সুদৰ টকা বিচাৰি অহা নাইতো!

মণ্ডলে এটা ওখ মাটিৰ টিপত উঠি ধুতিখন কোচাই হাত-খনেৰে ইংগিত দি ডিম্বেশ্বৰক মাতিলে . বছিৰ দোকানীও আহি মণ্ডলৰ কাষতে থিয় দিলে। উৎকণ্ঠাৰে ডিম্বেশ্বৰ মণ্ডলৰ ওচৰলৈ গ'ল—এক অহৈতুকী কৌতূহলে তাক ভীত আৰু চিন্তিত কৰি তুলিলে।

ঃ ডিম্বেশ্বৰ শুন, আজিৰপৰা তই এই মাটিত হাল নাবাবি। তোৰপৰা পাব লগা টকাৰ সুদ-মূলে মই যি পাব লাগিছিল তাৰ সলনি এই মাটিখিনিকে ললো। তইতো এই জনমত টকা দিব নোৱাৰ আৰু বন্ধকত থকা মাটিও উদ্ধাৰ কৰিব নোৱাৰ—গতিকে এই ব্যৱস্থা। আৰু শুন, এই মাটিত আজিৰপৰা বছিৰ মহাজনৰ মানুহে হাল বাব। নম্ৰভাৱে ক'লে মণ্ডলে। বছিৰ দোকানীয়ে চিগাৰেটৰ ধোঁৱা উৰুৱাই মহাজনী ঢং দেখুৱাই থিয় হৈ আছিল। এটা অসহায় খঙাল কান্দোন ডিম্বেশ্বৰৰ ডিঙিলৈ উঠি আহিল। নৈৰ চাকনৈয়াৰ দৰে মাটিখিনি ঘূৰিবলৈ ধৰিলে। "দেউতা এয়া কেনেকৈ হ'ল ?" বুলি কোৱা কথাষাৰ কান্দোনৰ দৰে বেসুৰা হৈ আপোনা-আপুনি ওলাই আহিল। শিলপৰা কপৌৰ দৰে নিৰ্বাক-নিস্পন্দ হৈ ডিম্বেশ্বৰ বহি পৰিল। তপত চকুলো টপ্ টপকৈ মাটিত পৰিল।

তামোল পাগুলি ওঁঠ ৰঙা কৰা ৰত্নেশ্বৰ মণ্ডলে চোলাৰ জেপৰ-পৰা বিতচকুযোৰ উলিয়াই ললে। বছিৰ মহাজনে হাতত লৈ থকা কাগজ এখন উলিয়াই মণ্ডলৰ হাতত দিলে। "চা গাধ চা, এইটো তোৰ বাওঁহাতৰ আঙুলিৰ চিন নহয় ?" মণ্ডলে কাগজ খিলা ডিম্বেশ্বৰৰ আগত দাঙি ধৰি এনেদৰে ক'লে।

বাষ্পাকুল দৃষ্টিৰে ডিম্বেশ্বৰে দেখিলে এটা প্ৰকাণ্ড ক'লা চিয়াহীৰ টিপচহী। সেইটো তাৰ হাতৰ—তাৰ বাওঁহাতৰ বুঢ়া আঙুলিৰ চাপ। বাকীবোৰত কি লিখা আছে সেয়া তাৰ বাবে অৰ্থহীন। মাটি বন্ধকত থোৱাৰ সময়ত মণ্ডলৰ ঘৰতে, মণ্ডলৰ ডাঙৰ পুতেকে ফাউণ্টেন পেনেৰে ঘঁহাই ঘঁহাই তাৰ বাওঁহাতৰ

বুঢ়া আঙুলিটো চিয়াহীৰে ক'লা কৰি দিছিল। উকা বগা কাগজ-খনৰ তলৰ অংশত সি জোৰেৰে বুঢ়া আঙুলিটো হেঁচি দিছিল। ডিম্বেশ্বৰে একো কব নোৱাৰিলে অথচ সি বহুত কথা কব পাৰে।

ঃ এতিয়া বুজিলি, তোৰপৰা পাবলগীয়া টকা আৰু টকাৰ সুদত এই মাটি মোৰ। মই বছিৰ মহাজনৰ তাত বিক্ৰী কৰি দিছোঁ,—কালিৰপৰা মহাজনৰ মানুহে হাল বাব—বুলি ৰত্নেশ্বৰ মণ্ডলে হাতত লৈ অহা বেতৰ লাঠিডাল নচুৱাই নচুৱাই অহা বাটেদি গুচি গ'ল। বছিৰ দোকানীৰ হাতত জ্বলি থকা চিগাৰেটটোৰ পৰা বতাহত এটা ফিৰিঙতি উৰি আহিছিল। তাৰ ছাইখিনি আহি যেতিয়া ডিম্বেশ্বৰৰ চকুত পৰিল তেতিয়া মণ্ডল আৰু বছিৰ দোকানী তাৰ মাটিৰ সীমা পাৰ হৈ গৈছে।

সি যেন চিঞৰি চিঞৰি কব: এয়া অসম্ভৱ—চৈধ্যপুৰুষ এই মাটিত খেতি কৰি মৰি গ'ল—এই মাটি এতিয়া কেনেকৈ ৰত্নেশ্বৰ মণ্ডলৰ হ'ব? এক অসহায় যন্ত্ৰণাত, এক বুজাব নোৱাৰা দুখত, ক্ষোভত তাৰ চকু দুটি পানীৰে ভৰপূৰ হৈ পৰিল। হালৰপৰা গৰু দুটা খুলি দি এচাৰিডাল লৈ পোনে পোনে খোজ দিলে পৰমা মাষ্টৰৰ ঘৰলৈ। মাষ্টৰ ককাইদেৱে এই বিপদত ৰক্ষা নকৰিলে তাৰ অন্য উপায় নাই। সি বেগাই—প্ৰায় দৌৰি অহাৰ দৰে বোকাই পানীয়ে লুতুৰি-পুতুৰি হৈ ফোপাই জোপাই আহি মাষ্টৰৰ নঙলামুখত ৰৈ গ'ল।

বন-বিভাগৰ দায়িত্বত থকা মন্ত্ৰীজনৰ মৃত্যু হোৱা বাবে আজি স্কুল সোনকালে ছুটী হৈছিল। স্কুলৰপৰা আহি পৰমা মাষ্টৰে শাকনি বাৰীত সোমাই বানপানীত মৰি যোৱা, বাঁহৰ আগলি আৰু জেওৰ ওপৰত ওলমি থকা—শুকান জিকা, জিকাৰ গছ, ভাতকেৰেলাৰ গছ—হালধীয়া পাতেৰে সৈতে কোনোমতে জীয়াই থকা ভেণ্ডিৰ মাজত সোমাই সেইবোৰ চাফ্ কৰি আছিল। নতুনকৈ গজা পানীলাউৰ পুলিকেইটা খুচৰি গুৰিত শুকান গোবৰৰ গুড়ি ছটিয়াই দিছিল।

"মাষ্টৰ ককাইদেউ !"—জড়তাভৰা কান্দোনৰ দৰে কণ্ঠস্বৰ শুনি পৰমা মাষ্টৰে উভতি চালে। ডিম্বেশ্বৰ। মুখখন ক'লা কৰি অবাক হৈ মাষ্টৰৰ মুখলৈ চাই আছে ডিম্বেশ্বৰে। চকুত পানীৰ দাগ।

"কি হ'ল অ' ডিম্বেশ্বৰ—কি কথা ?" মাষ্টৰে হাতত খন্তিখন লৈ বাঁহৰ জেওৰাৰ ওচৰলৈ আহি ডিম্বেশ্বৰক ক'লে: "মনে মনে ৰলি যে—কি হৈছে তোৰ ?" ডিঙিলৈ অহা কান্দোনটো সেপঢ়ুকি ডিম্বেশ্বৰে ফেকুৰি উঠিল। শেষত সৰু ল'ৰাৰ দৰে হুকুহুকাই কান্দি কৈ উঠিল: মাষ্টৰ ককাইদেউ, মোক এটা উপায় দিয়ক, নহলে মই ঘৰৰ সাতটি প্ৰাণীৰ মূৰ খাব লাগিব।

: ৰচোন কথাটো কি তই ভালদৰে কচোন— আহ আহ, ভিতৰলৈ আহচোন—এনেদৰে কান্দি থাকিলে কি হ'ব !

ডিম্বেশ্বৰে আঠুমূৰীয়া চুৰিয়াখন পিন্ধি, গাত পেলাই ল্যোৰা ফটা মলিয়ন গামোচাখনেৰে চকুপানী মচি মচি মাষ্টৰৰ পিৰালিলৈ আহিল। হাতৰ খন্তিখন পানীপঁচাত খুচি থৈ মাষ্টৰে ক'লে, : ক তোৰ কি হৈছে ? সি মাটিত লেপেটা কাঢ়ি বহি কান্দি কান্দি ক'লে: মাষ্টৰ ককাইদেউ, মই সৰ্বস্বান্ত হ'লো—মোৰ মাটিখিনি ৰত্নেশ্বৰ মণ্ডলে লৈ গ'ল।

: কিয় ? কেনেকৈ ? মাষ্টৰে উৎকণ্ঠাৰে সুধিলে।

: টকাৰ সুদত। হেণ্ডনোট নে কিহত হোনো মোৰ টিপচহী আছে—সেই বাবেই টকা দিব নোৱাৰাৰ বাবে মাটিখিনি কাঢ়ি লৈ গ'ল। কালিৰপৰা হেনো বছিৰ দোকানীৰ মানুহে তাত হাল বাব—মই এতিয়া কি কৰোঁ মাষ্টৰ ককাইদেউ ?

: তই জানো হেণ্ডনোটত টিপচহী দিয়াটো সঁচা ?

: সঁচা। উকা বগা কাগজ এখিলাত মই বাওঁহাতৰ বুঢ়া আঙুলিৰে চহী দিছিলোঁ। এতিয়াচোন এসোপা ক'লা চিয়াহীৰ আখৰেৰে গোটেই পাতখিলা ভৰ্তি হৈ আছে।

: এই ধনকুবেৰ ৰাক্ষসবপৰা কাৰো নিস্তাৰ নাই—গাৱঁৰ নিঃকিন মানুহ এজনক এনেদৰে প্ৰবঞ্চনা কৰিব পাৰে ! আক্ৰোশত চিঞৰি উঠাৰ দৰে ক'লে মাষ্টৰে ।

: হালৰ গৰু এটাতো কেতিয়াবাই চবকা লাগি মৰি থাকিল । আঘোণাকাইৰপৰা ৰাতিপুৱাই গৰুহালো আনিলো, পাৰিলে এই কেইদিনতে বোকাখিনি দি লওঁ । আহু খেতিতো কালদিয়াই খালে । পাৰিলে শালি খেতিটোকে ভালদৰে কৰোঁ । ৰমাকান্তৰ পৰা টঙাগুৰি ধানৰ বিধানো আনিলোঁ আধা মোন । কিন্তু কণা বিধাতাই আমাৰ কপালত এইখনহে লিখিলে ! কান্দি উঠিল ডিম্বেশ্বৰে । চকু ছুটিৰপৰা ধাৰাসাৰে পানী বৈ আহিল, সৰ্‌সৰকৈ শুকান মাটিৰ পিৰালিত পৰিল । পানীৰ টোপাল বিয়পি গৈ, মাটিত পৰি মহাৰাণীৰ দিনৰ পাতিপইচাৰ আকৃতি ললে । আধলি, সিকি, টকাৰ আকৃতি ললে ।

ডিম্বেশ্বৰৰ মুখৰপৰা ৰত্নেশ্বৰ মণ্ডল আৰু বছিৰ মহাজনৰ সকলো কথা শুনাৰ পিছত, ফটা গামোচাখনেৰে চকুপানী মচি মচি ৰঙা হোৱা ডিম্বেশ্বৰৰ চকুযোৰলৈ চাবলৈ মাষ্টৰৰ ভয় লাগিল । এক বেদনাহত আক্ৰোশৰ চিন পৰমা মাষ্টৰৰ মুখত প্ৰকটকৈ জিলিকি উঠিল ।

: তই এতিয়া ঘৰলৈ যা, ছুপৰীয়াও হৈছে—গা-পা ধুই ঘৰত যদি কিবা আছে এমুঠি খাগৈ ।

: মাষ্টৰ ককাইদেউ, এই বিপদৰ অথাই সাগৰৰপৰা মোক ৰক্ষা নকৰিলে মই নিগমে মৰিলোঁ ।—আকৌ হুক্‌হুকাই কান্দি উঠিল ডিম্বেশ্বৰে ।

: যা অ' অবুজ নহবি । কি কৰিবি সংসাৰখন অন্যায়-অধৰ্মীৰ ৰাজত্ব হ'ল । তই টিপচহী দিছ যেতিয়া মাটি আৰু ক'ত ঘূৰাই পাবি, তাৰ আশা নাই । টকাৰে আজিকালি আইন-আদালত কিনিব পৰা হ'ল । যাচোন পৰিলে মই কিবা এটা কৰিবলৈ চেষ্টা কৰিম । সান্ত্বনা দিলে মাষ্টৰে ।

উদাস শূন্য দৃষ্টিৰে ডিম্বেশ্বৰে বাঁহবন আৰু কাকিনী তামোলৰ ফাঁকেদি নৈৰ পাৰৰ বিশাল পথাৰখনলৈ এনেয়ে এবাৰ ভুমুকিয়াই চালে। এটা হুমুনিয়াহ বুকুৰ গভীৰৰপৰা ওলাই আহিল ডিম্বেশ্বৰৰ। ইমান দিনৰ গাৱঁৰ চিনাকি বাটটো এতিয়া তাৰ মনত এডাল প্ৰকাণ্ড অজগৰৰ দৰে লাগিল।

মাষ্টৰৰ সহায়ত ডিম্বেশ্বৰে মৌলবী খুৰাকৰ চাৰি বিঘা আৰু মনবৰ বুঢ়াৰপৰা আঢ়ৈ বিঘা—মুঠ চাৰে ছয় বিঘা মাটিত, আহিনৰ প্ৰথম সপ্তাহলৈ, আজি বা আঘোণাৰ কালি বা ৰমাকান্তৰপৰা হালৰ গৰু খুজি-মাগি আনি কোনোমতে খেতি-খোলা কৰিলে। আঠিয়াকল আৰু কালদিয়াৰ পানী খাই খায়ে হাল বালে। ঘৰত খুদ্‌কণ এটাৰো মুদা মৰিল।

গাৱঁৰ প্ৰায়ভাগ মানুহৰে ভঁৰালত ধান নোহোৱা হৈ আহিছিল। ইপিনে নতুন ধান ওলাবলৈ আৰু দুমাহ তিনিমাহ আছে। ধানৰ দাম দিনক দিনে কালদিয়াৰ পানীৰ দৰে বাঢ়িব লাগিছে। মণ্ডল আৰু বছিৰ মহাজনে বিশ, পঁচিশ টকাত ৰখা ধান এতিয়া খেতিয়কৰ তাতে দুকুৰি আঢ়ৈকুৰি টকাত বিক্ৰী কৰিছে। সৰ্ব-সাধাৰণ ৰাইজে নৈৰ পানী, বনৰীয়া কচু-ঢেঁকীয়া কল-পাঁচলি সিজাই পেটৰ ক্ষুধা নিবাৰণ কৰিছে। সাতাম পুৰুষীয়া বয়-বস্তু, সোণ-গহনা, সাজ-বাচন মণ্ডল আৰু মহাজনৰ ঘৰপেৰাত সোমাল।

নৈৰ পাৰত আগৰ দৰে হাঁহিৰ খলকনি নাই। শান্ত। শিশুৰ দৰে। গতি আছে, উত্তেজনা নাই। মানুহবোৰৰ মুখত আকৌ আতংকৰ চিহ্ন,—এই দুমাহ কেনেদৰে জীয়াই থকা যায়—নতুন ধান ওলাবলৈ আৰু দুমাহ। হ'ল বুলিনো বনৰীয়া শাক-কচু কিমান খাব ?

পাৰ এযোৰ, ৰাৰীত থকা কলডিল, বাৰিষা লগা ৰঙালাউ দুটা আৰু ঢেকীয়া শাক কেইমুঠিমান লৈ ডিম্বেশ্বৰ দেওবৰীয়া আঁহতগুৰিৰ বজাৰলৈ গ'ল। চাউল, নিমখ কেৰাচিন, সৰুকণৰ বাবে পেণ্ট এটা, মাজু ছোৱালীজনীৰ ব্লাউজটো ফাটি চিৰাচিৰ

হৈ গৈছে—চিলাইৰ ওপৰত চিলাই দিছে, পাৰিলে তাইৰ বাবে ব্লাউজৰ কাপোৰ এগজ—অ' আৰু কি আছিল? মনত পৰিছে, কুৰি তোলীয়া সূতা ডুমুঠিৰ কথা। এইখিনি বস্তু বেচি পইচা বা পায় কিমান তাৰ নাই ঠিক আৰু প্ৰয়োজন ইমানবিলাক বস্তুৰ। নাই, ক'ত অংক মিলিব, নিমিলে।—এইবোৰ চিন্তা কৰি গৈ থাকোঁতে, ৰামপুৰৰ হৰনাথে ব্ৰেক্ নোহোৱা চাইকেলখন ডিম্বেশ্বৰৰ গাতে লগাই দি খঙেৰে কৈ উঠিল—"কি মানুহহে, ইমান বেল দিলেও শুশুনা নেকিহে" বুলি আকৌ পেদেল ঘূৰাই বজাৰলৈ গ'ল। ভাৰ কৰি কান্ধত ওলোমাই লোৱা ৰঙালাউ এটা মাটিত পৰি কেকোৰা ঠেকুডাল ভাগি যোৱাৰ লগতে দ্ৰাঘিমা ৰেখাৰ দৰে লাউটো ফাটি গৈ ভিতৰৰপৰা ৰস মিহলি গুটি কেইটামানো ছিটিকি পৰিল। দাতাই দিলেও বিধাতাই নিদিয়ে—কথা ঈশ্বৰে এইবিলাক ক'ত দেখিব—নেদেখে বুলি নিজকে ধিক্কাৰ দি অন্ধ বিশ্বাসৰ প্ৰাচীন দুৰ্গত আশ্ৰয় লৈ, মূৰত পাগুৰি মাৰি অনা গামোচা-খনেৰে ফটা লাউটো বান্ধি ডিম্বেশ্বৰে আকৌ বজাৰলৈ খোজ দিলে।

'অ' সেইটো দেখো শিঙিমাৰিৰ লক্ষীধৰ!'—ফোপাই ফোপাই বগৰীৰ তলত বৈ কি কৰিছে! "কি হ'ল অ' লক্ষীধৰ?"—ডিম্বেশ্বৰে লক্ষীধৰক লক্ষ্য কৰি দূৰৰপৰাই চিঞৰিলে। ওচৰ গৈ পালত লক্ষীধৰে ডিঙিৰ শিৰ ফুলাই চকুৰ পানী বোৱাই কাহি কাহি এসোপা খেকাৰ উলিয়াই দি ক'লে: কি হ'ব আৰু, সেই পুৰণি হাঁপানী বেমাৰটোৱে উক দিছে। বনৰীয়া ঢেকীয়া কচু খাই বুকুত কফ জমা হৈছে। বজাৰলৈ আহিছিলো কণী কেইহালিমান লৈ, দুআখিমান কাচকলো আনিছিলোঁ।—পাৰিলে চাউল অলপ লৈ যাওঁ।

: আহ বেলিয়ে হ'ল, এনেদৰে বহি থাকিলে বজাৰ শেষ হৈ যাব।—ডিম্বেশ্বৰে ক'লে।

: ব' যাওঁ বুলি যাব পাৰিলে এনেকে বহি থাকোঁনে? ভাগৰ লাগিছে। ব'ল লাহে লাহে গৈ থাকোঁ

পাৰ, ঢেকীয়া, কলডিল কেতিয়াবাই বিক্ৰী হৈছিল। লাউ দুটাৰ এটা ফটা কাৰণে বিক্ৰী হোৱা নাই। ডিম্বেশ্বৰেও দুয়োটা একেলগেহে বিক্ৰী কৰিব—ভালটো লৈ গ'লে ফটাটো এনেয়ে পৰি ৰ'ব। "ফটা লাউ তুমি ইমান দাম কৰিলে কেনেকৈ হ'ব, দিয়া ডেৰ টকাত।" "নাই নহব"—ডিম্বেশ্বৰে ক'লে। মানুহজন গুচি গ'ল। ফটা হ'ল কি হ'ল, লাউ দুটা ডাঙৰ, গেলি পচি যোৱা নাই। আঢৈ টকা নাপালেও অন্ততঃ দুটকাতো পাব। অন্য এজন গ্ৰাহক আহি সুধিলেঃ লাউৰ কিমান দাম ?

ঃ আঢৈ টকা।—ডিম্বেশ্বৰে উত্তৰ দিলে।

ঃ এটকা বাৰ অমা হ'বনে ?

ঃ লওক।—দিম-নিদিমকৈ দি দিলে। বৈ বৈ ডিম্বেশ্বৰৰ বিৰক্তিও লাগিছিল।

চাউল তিনি কেজি, নিমখ আধা কেজি আৰু কেৰাচিন আধা লিটাৰ কিনাৰ পিছত দেছুৱালী পাণ-দোকানীটোৰপৰা দহ পইচাৰে এখন মিঠা পাণ খালে, পোন্ধৰ পইচাৰ তুফানী বিৰিও ল'লে। দুখন এটকীয়া নোট, তিনিটা দহ পইচাৰ সৈতে এটা আধলি গণি লৈ সি কঁকালৰ খোচনিত চুৰিয়াৰ আগেৰে বান্ধি থলে।

সূতাৰ দোকানলৈ যাওঁ বুলি বাটতে মাছ-বজাৰৰ কাষতে থকা প্ৰকাণ্ড তেতেলি জোপাৰ তলত এন্দুৰ-নিগনি মৰা দাৰাই বিক্ৰী কৰা মানুহজনে বিভিন্ন ধৰণে আকৰ্ষণ কৰিবলৈ উচ্চাৰণ কৰা চিঞৰ-বাখৰ শুনি ডিম্বেশ্বৰ ওচৰ চাপি গ'ল। বৃত্তাকাৰ মানুহৰ জুমটোৰ মাজেৰে আগবাঢ়ি গৈ ডিঙি মেলি সি দেখিলে কেট্‌কেট্‌ কৰে ক'লা, কেঁকোৰা চুলিৰ ক্ষীণ মানুহজনে মুখত বিৰি হুপি এডাল ক'লা ভয় লগা সাপ ডিঙিত মেৰিয়াই আছে। কি আচৰিত ! সেইডাল সাপ বাকচত থৈ এইবাৰ অন্য এডাল সাপ বাহিৰ কৰিলে। ফেঁটী সাপ। চকৰী ফেঁটী। মূৰৰ ওপৰত কৃষ্ণ গোসাঁইৰ ভৰিৰ দাগটোও সি স্পষ্টভাৱে দেখিলে। ফণা মেলি বৈ থকা সাপটোৰ মুখত গছৰ শিপাৰ দৰে কিবা বস্তু এটা

লগাই দিয়াত সাপটোৱে ভয়ত পেপুৱা লগাৰ দৰে কৰি এন্দুৰ-নিগনি মৰা দাৱাইৰ পেকেটৰ ওপৰদি গৈ তাৰ চিনাকি বাকচত সোমালগৈ। বিজয়ীৰ দৰে কেট্‌কেট্‌ কৰে ক'লা চেহেৰাৰ মানুহটোৱে হাঁহি হাঁহি আকৌ তাৰ ঔষধৰ গুণাগুণ বৰ্ণনা কৰাত ব্যস্ত হ'ল। কি সাংঘাতিক! অতি সাংঘাতিক! যাদুনে মন্ত্ৰ!! ৰত্নেশ্বৰ মণ্ডলেও তেনেদৰে কিবা জানে নেকি—বশীকৰণ? নহ'লে তাৰ মাটিখিনি কেনেকৈ ৰত্নেশ্বৰ মণ্ডলে হাত কৰি লৈ বছিৰ মহাজনৰ তাত বিক্ৰী কৰি দিলে? হঠাতে তাৰ বুকুখন ঢপ্‌ঢপাই উঠিল। ক্ৰমে চিঞৰি থকা মানুহজনৰ কথা ডিম্বেশ্বৰে শুগুনা হৈ আহিল। ৰত্নেশ্বৰ মণ্ডলে যেন চিঞৰি চিঞৰি ডিম্বেশ্বৰে টিপ চহী দিয়া কাগজখন দেখুৱাই ৰাইজক কিবা কৈছে।

"ডিম্বেশ্বৰ, ইয়াত বৈ কি কৰি আছ?"—পৰমা মাষ্টৰৰ মাতত ডিম্বেশ্বৰে সম্বিৎ ঘূৰাই পালে।

ঃ নাই ককাইদেউ, এনেয়ে—

ঃ মই বাহিৰে বাহিৰে এতিয়া বনগাৱঁলৈ যাব লগা হ'ল। তই এই বস্তুখিনি আমাৰ ঘৰত দি যাবি। —বুলি কৈ ডিম্বেশ্বৰৰ হাতত পৰমা মাষ্টৰে বজাৰ কৰা মোনাখন তুলি দিলে।

সৰু ল'ৰাটোৰ বাবে চাৰি অনাৰ লজেন্স কিনি বিৰি এটা জ্বলাই ডিম্বেশ্বৰে ঘৰলৈ খোজ দিলে। সূতাৰ কথা, জীয়েকৰ ব্লাউজৰ কথা পাহৰি গৈ ওৰে বাটে সি চিন্তা কৰি আহিল কেনেদৰে ইমান ভয় লগা বিষধৰ সাপটোক বশীভূত কৰিব পাৰে! আচৰিত!

## সাত

ক'লা মেকুৰীৰ অন্ধকাৰৰ হাঁতোৰাৰ দৰে অভাৱ-অনাটনৰ এক ভয়ংকৰ ভীতিয়ে, শংকাই মানুহৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। এন্ধাৰৰ মাজে মাজে জ্বলি আছিল চিকাৰ-সন্ধানী চকুবোৰ।

অভাৱ-অনাটন যিমানে তীব্ৰ হ'ল, ৰত্নেশ্বৰ মণ্ডল আৰু বছিৰ মহাজনৰ ঘৰলৈ সিমানে সম্পদ আহিল, অৰ্থ আহিল। কাঙাল মানুহবোৰে তুলসীৰ তলত বন্তি জ্বলাই ঈশ্বৰক প্ৰাৰ্থনা জনালে, মিনতি জনালে। তাৰ মাজতে মানুহবোৰে বিচাৰি পালে জীয়াই থকাৰ বিশল্যকৰণী।

চাউলৰ দাম বাঢ়ি গৈ কেজিত তিনি টকা পালে। বিষন্ন, কগ্ন মানুহবোৰ সেপ ঢুকি, থু গিলি কিমান দিন জীয়াই থাকিব। মণ্ডলৰপৰা, বছিৰ দোকানীৰপৰা টকা ধাৰে ললে, ধান ধাৰে ললে। চুক্তি নতুন ধান ওলালে মোনে বিশ টকাকৈ টকাৰ সলনি ধান লব। এমোন ধানৰ সলনি ডেৰমোন ল'ব। ভোকত আতুৰ হৈ থকা মানুহবোৰে জীয়াই থকাৰ অদম্য প্ৰেৰণাৰে, জাকে জাকে চগা উৰি অহাৰ দৰে ৰত্নেশ্বৰ মণ্ডল আৰু বছিৰ মহাজনৰ পৰিকল্পিত চক্ৰবেহুত প্ৰবেশ কৰিলে। শোষণৰ জুইত আত্মজাহ দিলে। এয়াই সত্য। বছৰে বছৰে অহা বানপানীৰ দৰে, মৃত্যুৰ দৰে, জন্মৰ দৰে এয়াই সত্য। পৰিত্ৰাণৰ উপায় কোনেও দিব নোৱাৰে। পৰমা মাষ্টৰ, আক্ৰামুদ্দিন মৌলবী—কোনেও। ইমানবোৰ মানুহৰ বিপদ, অভাৱ, দুই-তিনিজন মানুহৰ ত্যাগেৰে জানো পূৰণ কৰিব পাৰি? মাষ্টৰ, মৌলবী, আঘোণা, ৰহিমহঁতে যিয়ে যেনেকৈ পাৰে সীমিত শক্তিৰে ৰাইজক সহায় কৰিলে। এই সহায় আছিল কালদিয়াৰ বানপানীত এডাল খেৰকুটাৰ দৰে!

পাঁচ বছৰৰ মূৰত গাৱঁলৈ মন্ত্ৰী আহে, এম-এল-এ আহে। গাৱঁৰ কেঁচা বাটত চৰকাৰী জীপে ধুলি উকৰায়। বছিৰ দোকানী

(এতিয়া মহাজন), ৰত্নেশ্বৰ মণ্ডলে খদ্দৰৰ চুৰিয়া-পাঞ্জাবী পিন্ধা মন্ত্ৰী, এম-এল-এৰ লগত ঘূৰি ফুৰে। গাওঁৰ নামঘৰত টিনপাত দিয়ে। ৰাতি মনে মনে ওচৰে-পাজৰে থকা গাওঁৰ মুখিয়ালবোৰক টকা দি গাওঁৰ ভোট হাত কৰি লয়। তাৰ পিছত মন্ত্ৰী, এম-এল-এ হোৱাৰ পিছত সেইখন গাওঁৰ মানুহ জীয়াই আছেনে মৰিছে তাৰ খবৰ নাই। বকুলগুৰিৰ এই অভাৱ-অনাটন আৰু দৰিদ্ৰতাৰো কোনো খবৰ কোনেও ৰখা নাছিল।

কালদিয়াৰ পানী ৰঙা কৰি গধূলিৰ হেঙুলি বেলিটো ঝাউবনত হেৰাই গ'ল। সোণাখাইতীৰ ঘাটত জুপুকা লাগি মাছৰ অপেক্ষাত বৈ থকা চিলনীটো সিপাৰৰ শিমলু জোপাত পৰিলগৈ। নৈৰ ঘাটত নামি গৰুবোৰে পানী খাই ঘৰলৈ উভতিল। জীয়ৰী-বোৱাৰীয়ে কলহত পানী ভৰাই কেতিয়াবাই ঘৰলৈ গ'ল।

ৰামপুৰৰ মাহীয়েকৰ ঘৰৰপৰা উভতি আহোঁতে জানকীৰ দেৰী হৈছিল। ঘৰ পাওঁতে কানি-মুনি এন্ধাৰ হৈছিল। বিচনাত বাতবিষৰ কোবত কেঁকাই থকা মাকক দেখি আখলত বিৰিণাৰ জুই জ্বলাই টেকেলি তুলি দিবলৈ গৈ দেখে শূন্য কলহ—পানী এটোপাও নাই! জুইকুৰা ফুটছাইত সুমাই হেঁচা মাৰি থৈ বিৰক্তিৰে কলহ ছুটা লৈ জানকীয়ে নৈৰ ঘাটলৈ ঢাপলি মেলিলে।

নৈৰ পাৰে পাৰে সান্ধ্য ভ্ৰমণত ওলাই অহা ৰত্নেশ্বৰ মণ্ডলে এহাতত ফুলকটা লাঠিডাল লৈ, আনখন হাতেৰে চিগাৰেট হুঁপি হুঁপি নৈৰ ঘাটত বৈ আছিল। ঘাটেদি পানীলৈ নামি যোৱা জানকীক বিতচকুৰে চাই মাত লগালে—"সেয়া জানকী নেকি অ'!" —অস্পষ্ট, মনিব নোৱাৰা এটা মানুহৰ মূৰ্তিয়ে চিগাৰেট হুঁপি আছে। ভয় আৰু শংকাৰে জানকীয়ে—সুধিলে : কোন?

: মই মণ্ডল।

: অ' মণ্ডল খুৰা!

: কিয়, পানী নিবলৈ তোৰ জানো সময় নহ'ল? এই ৰাতি যে পানী নিবলৈ আহিছ?

ঃ নক'ব খুৰা, দুখীয়াৰ দুখ জানো কাহানিবা শেষ হয় ? পিতাইৰ খবৰেই নাই। আয়ে বিচনাত পৰি বিষত কেঁকাই আছে। ৰামপুৰৰ মাহীৰ ঘৰৰপৰা আহোঁতে দেখিও হ'ল বুলি থিয় গৰা কাটি কাটি খট্‌খটিৰ দৰে কৰা সোণাখাইতীৰ ঘাটলৈ নামি গ'ল। হাত-মুখ ধুই কপাহী ফটা চাদৰখনেৰে মচি কলহ দুটিত পানী ভৰাবলৈ গৈ পাছফালে এনেয়ে এবাৰ ঘূৰি চালে। মণ্ডল ওপৰত থিয় হৈ আছে এটা মূৰ্তিৰ দৰে। মাথো জ্বলন্ত চিগাৰেটৰ জুইখিনি বতাহৰ লগে লগে কঁপি উঠিছে। তাই সঁচাকৈ ধুনীয়া নেকি ?—কিয় জানো জানকীৰ মনলৈ এই ভাবটো আহিল !

পানী লৈ ঘৰলৈ উভতি খোজ লওঁতেই মণ্ডলে মাত লগালে, ঃ জানকী, তই যদি সময় পাব মোৰ ঘৰলৈ যাবিচোন। অলপ কাম-বন্ধো কৰি দি দুই-এমুঠি ধান-চাউলো লৈ আহিবি।

ঘৰলৈ আহি জানকীয়ে বাৰে বাৰে ভাবিলে, ৰত্নেশ্বৰ মণ্ডলেতো এনেদৰে কেতিয়াও নকয় ! হয়তো সিহঁতৰ দুৰৱস্থা দেখিয়ে তেনেদৰে কৈছে। এয়া পুতৌ নহয়তো ! মাকক ফিকা চাহ এবাটি দি নিজেও খাবলৈ লওঁতে বিষণ্ণ মনেৰে পিতাক আহি পিৰালিৰ উকা মাটিত বহি পৰিল। জানকীয়ে বুজিলে, পিতাকে আজিও একো নাপালে। পৰমা মাষ্টৰৰপৰা টকা এটা খুজি আনি আটা আধা কেজিকে লৈ আহিছে। মুখৰ পিনে নোচোৱাকৈ পিতাকে টোপোলাটো আগবঢ়াই দিলে। সাউতকৈ হাত মেলি এডাল সাপৰ দৰে জানকীয়ে টোপোলাটো লৈ জুহালৰ কাষ পালেগৈ। অলপ পিছতে নিমখেৰে কৰা ফিকা চাহ এবাটি আনি পিতাকৰ সন্মুখত থলে।

পৃথিৱীখনত জুই লাগিল। আকাল, কেৱল আকাল। ৰাতি-পুৱাই হাতত দাখন লৈ জানকীৰ পিতাক বনগাৱঁৰ পিনে ওলাই গ'ল। ঘৰত খুদ্‌কণ এটাও নাই। মানুহ হ'ল বুলিনো এনেদৰে জীয়াই জীয়াই মৰিব পাৰিবনে ? বিচনাত পৰি চিঞৰি থকা মাকৰ যন্ত্ৰণাকাতৰ শব্দবোৰে জানকীক বিচলিত কৰি তুলিলে।

জানকীৰ চকুৰ আগত দুখন মুখ ভাঁহি উঠিল : অনাহাৰ-অনিদ্ৰাই অকালতে বৃদ্ধ আৰু বেমাৰী কৰা পিতাকৰ লেৰেলি যোৱা সৰা শিমলুৰ দৰে মুখখন, আধা পকা আধা কেঁচা চুলিৰে পাণ্ডুৰ, অনুজ্জ্বল মাকৰ মুখখন। এক অসহায় যন্ত্ৰণাৰ খণ্ডাল অনুভূতিয়ে জানকীক জোকাৰি গ'ল। এই দৰিদ্ৰতাৰ লগত সহবাস কৰা মানেই হাঁহি হাঁহি মৃত্যুক আলিংগন কৰা। গাৱঁৰ প্ৰায়ভাগ মানুহৰে একে অৱস্থা। কোনে কাক সহায় কৰিব ? পিৰালিৰ বাঁহৰ খুটাত আঁউজি থকা জানকীয়ে দূৰৈৰ সেউজীয়া পথাৰখনলৈ চালে।

এটা ক্ষীণ আশাই দোলা দি গ'ল তাইৰ মন। দুমাহ পিছত নতুন ধান ওলাব। মাটিৰ মহাজন, বছিৰ মহাজনৰপৰা লোৱা টকাৰ বাবদ দিব লগা ধানখিনি দিয়াৰ পিছত ঘৰলৈ বাৰু কিমান ধান আহে ? আকৌ আৰম্ভ হ'ব দৰিদ্ৰতাৰ অত্যাচাৰ। এই আশা-নিৰাশাক লৈয়ে গাৱঁৰ মানুহ জীয়াই আছে, হতাশাত ভাগি পৰা নাই। বহুতো কথাকে চিন্তা কৰি পেলালে জানকীয়ে।

বাহিৰৰ সূৰ্য্যৰ উত্তাপ তীব্ৰ হৈ আহিছিল। পিতাক কেতিয়া আহে ঠিক নাই; আৰু যে কিবা লৈ আহিব তাৰো নিশ্চয়তা নাই। মাকৰ কেঁকনিটো বেছি হৈছিল। ভয়ে ভয়ে জানকীয়ে মাকৰ চকুলৈ চালে। একে ভয়েৰে জুহাললৈ চালে, ভাত ৰন্ধা এলুমিনিয়ামৰ বাচনটো ছাইৰে ক'লা হৈ আছে। ভুকুংকৈ টোকোৰা চৰাই এটা খেৰ-কুটা কঢ়িয়াই জানকীৰ চকুৰ আগেদি উৰি গ'ল। তাই বাহিৰলৈ ওলাই আহিল। নঙলামুখ পাৰ হ'ল। গাৱঁৰ আলিবাটত ভৰি দিলে। ক'লৈ যাব ? 'জানকী, তই যদি সময় পাৱ, মোৰ ঘৰলৈ যাবিচোন, অলপ কাম-বন কৰি দি……'

এসময়ত জানকীৰ পিতাকে মণ্ডলৰ ঘৰতে কাম-বন কৰি ঘৰ-খনক পোহপাল দিছিল। আপদে-বিপদে মণ্ডলেও জানকীৰ পিতাকক সহায় কৰিছিল। সৰু ভায়েকটোৰ মৃত্যুৰ সময়ত, মাকৰ টান নৰিয়া হোৱাৰ সময়ত ৰত্নেশ্বৰ মণ্ডলৰপৰা পিতাকে টকা

লৈছিল। পিতাকৰ বিয়াৰ সময়তো হেনো মণ্ডলৰপৰাই পিতাকে টকা ধাৰে লৈছিল। সেই ধাৰ পৰিশোধ কৰাতো নহলেই, বৰং ধাৰ আৰু ধাৰেলোৱা টকাৰ সুদ বৃদ্ধি হৈ এদিন পৈত্রিক মাটি-সম্পত্তিখিনিও মণ্ডলৰ হস্তগত হ'ল। সেয়া বহু পুৰণি কথা। তেতিয়াৰেপৰা পিতাকে মণ্ডলৰ মাটিতে আধিয়াৰ হৈ খেতি কৰি আছিছে। আহুখেতিত বিশ্বাস নাই—বানপানীত মৰে। শালি খেতিৰ ওপৰতে নির্ভৰ। তাতো আজি কেইবছৰমানৰপৰা কাকতি ফৰিঙৰ উৎপাত বেছি হৈছে। শিহ ওলোৱা গাখীৰতী ধান-বোৰ চুহি খায়।

প্রকাণ্ড তালগছ দুজোপাৰে তোৰণৰ দৰে থিয় হৈ থকা মণ্ডলৰ ঘৰৰ নঙলামুখত স্বয়ংক্রিয়ভাৱে জানকীৰ ভৰি দুখন বৈ গ'ল। মণ্ডলৰ ঘৰত কাম কৰা শনিৰাম নামৰ ল'ৰাটোৱে ফুলনিৰপৰা খৰিকাজাঁই, জবা, গোলাপ ফুল ছিঙি কৰণিত ভৰাই আছিল। মণ্ডলনী আয়ে গোসাঁইঘৰত প্রার্থনা কৰিব। সদায়ে গা-পা ধুই, এইখিনি সময়ত চাকি-বন্তি জ্বলাই কৃষ্ণৰ মূর্তিটোৰ আগত কীর্তন ঘোষাৰ পদ গাই প্রার্থনা কৰে।

ভয়, শংকা, লাজ সকলো বিসর্জন দি জানকীয়ে চ'ৰাঘৰৰ বাওঁপিনে থকা জপনাখন খুলি মণ্ডলৰ চোতালত থিয় হ'ল। গুৱাহাটীত পঢ়ি থকা মণ্ডলৰ মাজু ল'ৰাটোৱে ৰেডিঅ'ত কিবা নুবুজা ভাষা শুনি আছিল। মাজে মাজে মানুহৰ চিঞৰ-বাখৰ আৰু হাত চাপৰিৰ শব্দ। জানকীয়ে একো বুজি নাপালে। গোপী মাটিৰ ৰং দিয়া বেৰ, শালগছৰ শিবি খুটা, কাঠৰ বাতামত মাটিৰ তেলৰ ৰং, বেৰত আঁৰি থোৱা হৰিণৰ শিং, মহৰ শিং; শিঙত আঁৰি থোৱা শ্রীকৃষ্ণ, মহাত্মাৰ আইনাৰে বন্ধোৱা ছবি—এইবিলাক তাই সকতে দেউতাকৰ লগত আহোঁতেও দেখিছিল। নামঘৰৰপৰা মণ্ডলনীৰ প্রার্থনাৰ সুৰ ভাঁহি আহিল: তুমি চিত্ত বৃত্তি মোৰ প্রৱর্তক নাৰায়ণ·········

জানকীয়ে ভঁৰালঘৰকেইটাৰ গাতে লাগি থকা সক মন্দিৰৰ দৰে নামঘৰটোলৈ চালে। ধূপ-ধূনাৰ গোন্ধ উৰি আহি তাইৰ নাকত লাগিল। হঠাতে তাইৰ শৌচ বমি কৰি মৰা সক ভায়েকৰ কথা মনলৈ আহিল। বমিৰ গোন্ধ!

ৰেডিঅ'ত শব্দ, আকাশত প্ৰখৰ ৰ'দ। মাজ-চোতালত তেনে-দৰে জানকী থিয় হৈ ৰোৱা বাবে শনিৰামে পকী নাদৰ পাৰৰ-পৰাই চিঞৰি ক'লে, "আইদেউ এতিয়া নামঘৰত প্ৰাৰ্থনা কৰিবলৈ গৈছে, অলপ পলম হ'ব।" গাৱঁৰ মানুহ এইকেইদিন আহিয়ে আছে। কাৰোবাক টকা ধাৰে লাগে, কাৰোবাক ধান-চাউল লাগে। সিনো কোন কুটা! মণ্ডলনীয়ে খেদি পঠালেও পঠাব, বঁটা দিলেও দিব, তাৰ একো আপত্তি নাই। মণিৰামে বাচন মাজি মাজি ভুলকৈ হিন্দী গীতৰ কলি আঁওৰালে।

শনিৰামে আকৌ এবাৰ জানকীলৈ চালে। হৰিণৰ শিঙত আঁৰি থোৱা ছবিখনলৈ নিৰ্বিকাৰ হৈ তাই চাই আছে। আঃ সৌটো দেখোঁ মাজু বাবু—খিৰিকীৰ পৰ্দা দাঙি ছোৱালীজনীলৈ চাই আছে। শনিৰামৰ চকুৰে চকুৰে পৰাত পৰ্দাখন পেলাই দিলে।

বিৰক্তিকৰ, অসহায় অথচ উপায়হীন এনে এটা মুহূৰ্ত জানকীৰ বাবে অসহ্যকৰ হৈ উঠিল। পেটৰ কেঁচু-কুমতিবোৰে গৰ্গৰাই উঠি ক'লে: ভোক লাগিছে। তাইৰ মুখত বিন্দু বিন্দু ঘামৰ টোপাল জমা হ'ল। নামঘৰৰপৰা ওলাই আহি মাজ-চোতালতে এনেদৰে গাভৰু ছোৱালীজনী ৰৈ থকা দেখি মণ্ডলনীয়ে ক'লে,
: চাওঁ এইজনী কোন!

মণ্ডলনীৰ মাত শুনি লৰচৰ নকৰাকৈ ডিঙিটো বেঁকা কৰি তাই মুখখন ঘূৰাই ক'লে: মই আইদেউ, কান্তিৰামৰ ছোৱালী জানকী।

: কান্তিৰামৰ ছোৱালী! তই ইমান ডাঙৰ হ'লিনে?

: নকৰ আইদেউ, ঘৰত খুদ্‌কণ এটাও নাই। পিতাই কাম বিচাৰি বনগাৱঁৰ পিনে গ'ল। আয়ে বাতবিষত বিচনাত পৰি

আছে। ভাবিলোঁ মণ্ডল খুৰাৰ ঘৰলৈকে যাওঁ। সিদিনা মণ্ডল খুৰায়ো কৈছিল—আমাৰ ঘৰলৈ যাবিচোন, অলপ কাম-বনকে কৰি দিবি। সেয়েহে আহিলোঁ আইদেউ।—একেৰাহে কৈ গ'ল জানকীয়ে।

ঃ বাৰু, বাৰু, আহি ভালেই কৰিলি। আজি পিছে তেনে কোনো কাম নাই, পৰহিলৈ ৰাতিপুৱাই আহিবি। টাউনত থকা ডাঙৰ ছোৱালীজনীয়ে চিঠিত লিখিছে—ঘৰত পিন্ধা মেখেলা-চাদৰ আৰু গামোচা কেইখনমান পঠিয়াই দিবলৈ। পিছে জানই নহয়, ইটোৰ পিছত সিটো কাম। সূতা মই কেতিয়াবাই আনিলোঁ; মাৰ দি চেৰেকীত ভৰাই থৈছোঁ—তই আহিলে বাতি কাঢ়িম। দুটামান মহুৰাও ফুৰাই দি যাবি। আঘোণাৰ ঘৈণীয়েকক ইমান দিনে মাতি মাতি আনিব নোৱাৰিলোঁ।—তই কিন্তু পৰহি আহিবিয়েই। শনিৰাম! অ' শনিৰাম!

কুঁৱাৰ পাৰৰপৰা শনিৰাম উধাতু খাই দৌৰি আহিল। মুখত তাৰ কেৰাহিৰ ছাই লাগি ভাওনাৰ ভাৱৰীয়াৰ দৰে দেখা গৈছে

ঃ কি হ'ল আইদেউ?

ঃ চাহৰ পেটিটোত যে সেই পুৰণি চাউল আছে তাৰে দুই-তিনি সেৰমান আনি এইক দি দে।

জানকীয়ে মণ্ডলনীৰ এই সহানুভূতি দেখি মনতে ভাবিলে—ইমান দৰদ থকা বুলিতো তাই আগতে ভাবিবই পৰা নাছিল! মণ্ডলনীৰ সৰল হৃদয়ৰ কথা বহুবাৰ অইন মানুহৰ মুখত শুনিছে এইবাৰ জানকীয়ে নিজে প্ৰমাণ পালে।

শনিৰামে ৰেডিঅ'ত শুনা হিন্দী চিনেমাৰ গানৰ কলি আওৰাই সৰু খৰাহীটোৰে জানকীক এখৰাহী চাউল দিলে। তাই চাদৰত কোঁচ পাতি ললে। টোপোলা বান্ধিব ধৰোঁতে জানকীৰ চাদৰখন পিছলি আহি ফটা ব্লাউজৰ মাজেদি মঙহাল বুকুখন ওলাই পৰিল। পৰ্দাৰ ফাঁকেৰে মাজু ল'ৰা অৰূপে সেই দৃশ্য দেখিলে। "মই যাওঁ আইদেউ" বুলি তাই যাবলৈ ওলাল। বৰঘৰৰ ভিতৰৰ-

পৰাই মণ্ডলনীয়ে মাত দিলেঃ যা আই, পৰহিলৈ ৰাতিপুৱা আহিবি কিন্তু।

ঃ ভাল আইদেউ! অৰূপে হাঁ-কৈ মুখ মেলি তাইলৈ এনেদৰে কি চাই আছে? চকুৱে চকুৱে পৰাত চকুহাল নমাই আনিলে। বেগেৰে জানকীয়ে নঙলা পাৰ হৈ গাৰ আলিত ভৰি দিলে। গাৰ ছাঁ ক্ৰমে চুটি হৈ আহিছিল।

বাটে বাটে ভাবি আহিল, মণ্ডলনী আইদেউৰ অন্তৰখন ইমান বহল! শনিৰামো ফুৰ্তিবাজ ল'ৰা। মাজু ল'ৰা অৰূপো ভাল নেকি?

জানকীৰ ৰত্নেশ্বৰ মণ্ডলৰ ঘৰলৈ অহা-যোৱা ঘন হ'ল। ধান-চাউল জৰা, কেতিয়াবা চেৰেকীত সূতা লোৱা, মহুৰা ফুৰোৱা— এনেদৰেই ঘনিষ্ঠ হ'ল মণ্ডলনীৰ লগত জানকীৰ সম্পৰ্ক। মণ্ডলনীৰ-পৰা জানকীয়ে মৰম আৰু বিশ্বাস দুয়োটাই পালে। মণ্ডলে হাঁহি হাঁহি কথা কয়—"অ' তই আহিছ জানকী! যা আইদেৰেৰ ভিতৰতে আছে।" সেইদিনা দুপৰীয়া কুলাত জহা চাউল জাৰি থাকোঁতে যে মাজু ল'ৰা অৰূপৰ লগত আকৌ চকুৱে চকুৱে পৰাত তৎক্ষণাৎ যে চকুহাল নমাই আনিছিল! অৰূপে যেন তাইক কিবা ক'ব খুজিও ক'ব পৰা নাই। 'জানকী তুমি সঁচাকৈয়ে ধুনীয়া!' ধেৎ বাওনা হৈ চন্দ্ৰলৈ হাত মেলিলে কি হ'ব। মণ্ডলৰ ঘৰৰ ল'ৰা, তাতে আকৌ পঢ়া-শুনা কৰা।

এদিন শাৰদীয় পূজাৰ বন্ধ শেষ হোৱাত অৰূপো গুৱাহাটীলৈ গুচি গ'ল। যোৱাৰ দিনা ৰাতিপুৱাই তাই আহিছিল। আগ-দিনাখনে শনিৰামৰ হতুৱাই তাইক মাতি আহিছিল। কিবা হেনো কাম আছে। ৰাতিপুৱাই তাই আহিছিল। ফুলনিত ঘূৰি, ব্ৰাছেৰে দাঁত মাজি থকা অৰূপে জানকীক দেখি উচপ্ খোৱাৰ দৰে হ'ল। সি মনতে ভাবিলে, আজি গধূলি যে মই যাম এই কথা জানকীয়ে গম পালে নেকি? তাৰ এনে উগুল-থুগুল ভাব দেখি জানকীয়ে যিমান পাৰে সিমান বেগেৰে ভিতৰলৈ খোজ দিলে।

জানকীকে মণ্ডলনীয়ে অপেক্ষা কৰি আছিল। আথে বেথে তাইক মাতি নিলে। পাছফালৰ বাৰাণ্ডাত পিতলৰ গুড়্‌গুড়িটো তিনিহাতমান দূৰৰ টেবিলখনত থৈ দীঘল কাৰ্শলা সাপৰ দৰে নলিচাডালেৰে এক পৰম তৃপ্তিত ধঁপাত হুপি হুপি মণ্ডলে ধোঁৱা উকৰাই আছিল।

মণ্ডলনীয়ে ঢেঁকীশাললৈ জানকীক মাতি লৈ গ'ল আৰু ক'লে, ঃ আজি আবেলিৰ ৰেলগাড়ীত মাজু গুৱাহাটীলৈ যাব। ভাবিলো পাৰিলে দুই-চাৰিখন পিঠাপনাকে বনাই দিওঁ, নাৰিকলৰ লাড়ুও সি খুব ভাল পায়—সেই বাবে তোক ৰাতিপুৱাতে মাতিলোঁ!

'মাজু আজি যাব'—কথাষাৰ শুনাৰ লগে লগে অজানিতে জানকীৰ মনটো সেমেকি উঠিল। জানকীয়ে বৰা চাউলৰ খৰাহীটো লৈ যোৱা মণ্ডলনীৰ পাছে পাছে মন্ত্ৰমুগ্ধৰ দৰে গৈ থাকিল।

অৰূপ গুচি গৈছিল। জানকীয়ে বনোৱা পিঠা আৰু নাৰিকলৰ লাড়ু সোৱাদ হোৱা বুলি শলাগিছিল। শনিৰামে কান্ধত ছুট্‌কেছ লৈ, ৰঙা ধুনীয়া বেগটো হাতত লৈ যোৱা অৰূপৰ পাছে পাছে গ'ল। আলি কেঁকুৰিটো পাৰ নোহোৱালৈকে সিহঁতে একেথৰে চাই আছিল। দুহাল চকু বাষ্পাকুল হৈ উঠিল—মণ্ডলনীৰ আৰু জানকীৰ। বেদনা অনুভৱ কৰিলে জানকীয়ে।

## আঠ

পথাৰৰ ধানবোৰ এদিন গাখীৰতীৰপৰা পুৰঠ হৈ সোণালী ৰং ধৰিছিল। অভাৱ-অনাটনত জুৰুলা হৈ থকা ৰাইজে এই মুহূৰ্ত্তলৈ যেন বাট চাই আছিল—যেনেকৈ জেলৰ কয়দীয়ে মুক্তিৰ দিন গণি থাকে।

গাৱেঁ-ভূঞে ধান কটা আৰম্ভ হৈ গৈছে। কিছুমানে অভাৱৰ তাড়ণাত পৰি ভালদৰে পকিবলৈ নৌ পাওঁতেই আধা কেঁচায়ো কাটিলে। বতা চৰাইৰ দৰে জাকে জাকে মানুহ পথাৰলৈ গ'ল। ধানমুঠি ঘৰলৈ আনিব পাৰিলেও বহুতো জঞ্জাল আৰু চিন্তা শেষ হয়। পৰমা মাষ্টৰেও এইকেইদিন স্কুলত থকা সময়খিনিৰ বাহিৰে খেতি-পথাৰতে ব্যস্ত। ন-মান বজাত পথাৰৰপৰা উভতি আহি সোণাখাইতীৰ ঘাটত গাটো জুবুৰিয়াই, ঘৰত আহি মুখত ভাত কেইটামান গুজি দি বেগাবেগিকৈ স্কুললৈ যায়।

সেই সময়তে ঘটিল এই ঘটনাটো। গোটেই ঘটনাটো বন-জুইৰ দৰে সমগ্ৰ অঞ্চল জুৰি বিয়পি পৰিল। কালদিয়া নদীৰ ঘাটত, নামঘৰৰ বাটচ'ৰাৰ মুখত, তিনিআলিৰ চ'কত, বছিৰ দোকানীৰ দোকানৰ আড্ডাত, কদমৰ তলত সকলোতে সেই বিশেষ ঘটনাটোক কেন্দ্ৰ কৰি আলোচনা চলিল। পথাৰতো ধান দোৱা মানুহবিলাকে আলোচনা কৰিলে, মন্তব্য দিলে—ন্যায়-অন্যায় একো নোহোৱা হ'ল। এনেকুৱা নাৰকীয় কাণ্ড ঘটিব লাগেনে ইত্যাদি।

ঘটনাটো আছিল এনেকুৱা ধৰণৰ। মণ্ডলনীলৈ চিঠি আহিল গুৱাহাটীৰপৰা—ডাঙৰ জীয়েক সুপ্ৰভাৰপৰা: যেনে তেনে চিঠি পোৱা মাত্ৰকে মাক যাব লাগে। চিঠি পাই গুচি গ'ল। জানকীক কৈ গ'ল এই কেইদিন ঘৰখন চাবলৈ। ধান কটাৰ ভৰপক। নিজে নগলেও নহয়। মণ্ডলে টকা ধাৰে লোৱা মানুহৰ ঘৰে ঘৰে টকা আৰু ধানৰ তাগিদা দি ঘূৰি ফুৰিছে। মণ্ডলৰ পথাৰত কাম

কৰা মণ্ডলা আৰু ঘনকান্ততো আছেই, তাৰোপৰি ধান কটা, মৰণা মৰা, ডাঙৰি অনা ইমান কাম। দহ-বাৰ পুৰা মাটিৰ খেতি—বাকীখিনি মাটি আধিয়াৰক দিছে। অৱশ্যে মণ্ডলে এজাক দিন হাজিৰা কৰা মানুহক খেতিৰ কামত লগাইছে। সিহঁতক ভাত, চাহ-জলপান দিব লাগে। শনিৰামে সকলোবোৰ অকলে কেনেকৈ চম্ভালে ! ঘৰত থকা ল'ৰা ছুটিৰো স্কুল আছে। সময়-মতে খোৱা-লোৱাৰ অসুবিধা। সেয়ে মণ্ডলনীয়ে জানকীক দঢ়াই দঢ়াই কৈ গ'ল যাতে ঘৰখন ভালদৰে চায়। শনিৰামক যেন সহায় কৰি দিয়ে।

মণ্ডলনী যোৱা এসপ্তাহ হ'ল—দেখাদেখি নাই। মণ্ডললৈ টেলিগ্ৰাম আহিল—সুপ্ৰভাৰ এজনী ছোৱালী হৈছে। এতিয়া হস্পিটালত। আৰু কেইদিনমান হস্পিটালত থাকিব লাগিব। জোঁৱায়েকৰ অফিচ, তিনিজনীকৈ নাতিনীয়েক, আৰু সিহঁতৰ স্কুল, খোৱা-লোৱা এইবোৰত দিগদাৰী হ'ব বুলি ভাবিয়ে অনিচ্ছা-সত্ত্বেও মণ্ডলনী আৰু কেইদিনমান থাকিবলগীয়া হ'ল।

ৰত্নেশ্বৰ মণ্ডলে টেলিগ্ৰামখন পাই ভাবিলে—চতুৰ্থ সন্তানটোও ছোৱালী হ'ল।

ৰাতিপুৱাই সবাহলৈ যোৱা মানুহৰ দৰে মানুহবোৰে হাতত হুলাবাৰি লৈ, কাঁচি লৈ জাকে জাকে পথাৰলৈ গৈছে। বতাহত পকা ধানৰ গোন্ধ উৰি ফুৰিছে।

চল পুৱাতেই জানকীয়ে পিতাকলৈ জা-জলপান যতনাই থৈ আহে। চক্ৰবৰ্তী কবিৰাজৰপৰা কিবা ঔষধ আনি মণ্ডলনীয়ে এদিন জানকীৰ হাতত দি কৈছিল: তোৰ আয়েৰৰ বাতবিষ নহয়, এই কেইপালি ঔষধ খুৱাবি—দিনে তিনি পালিকৈ। ঔষধ খাই মাকে কিছু ভাল পাইছিল। দুপৰীয়া কষ্ট-মষ্ট কৰি মাকে ভাতমুঠি ৰান্ধে। আজিও জানকীয়ে মণ্ডলৰ ঘৰলৈ বুলি খোজ দিওঁতে পাতি কাউৰীজনীয়ে ঘৰৰ চালত পৰি 'কা' 'কা' কৈ চিঞৰি উঠিল।

তাইৰ বাটতে ভেটা-ভেটি হ'ল পৰমা মাষ্টৰ আৰু ডিম্বেশ্বৰ খুৰাকৰ সতে। "জানকী, সদায় সদায় এই ৰাতিপুৱা তই পথাৰ এৰি ক'লৈ যাৱ?" উৎকণ্ঠাৰে ডিম্বেশ্বৰে জানকীক প্ৰশ্ন কৰিলে। তাই শংকিত হৈ কওঁ-নকওঁকৈ ক'লে, "মণ্ডলৰ ঘৰত কাম কৰি আছোঁ খুৰাদেউ।" ডিম্বেশ্বৰে আৰু কিবা সুধিম বুলিও নুসুধিলে। মাষ্টৰে একো নক'লে। কিছুদূৰ গৈ মৌনতা ভাঙি মাষ্টৰে ক'লে, ঃ কি কৰিবি ডিম্বেশ্বৰ, অভাৱ-অনাটনে মানুহৰ এনে অৱস্থা কৰে। সৰুৰেপৰা ডাঙৰ হৈ জানকী গাভৰু হ'ল, কেতিয়াবা শুনিছিলিনে আজি অমুকৰ ঘৰলৈ কালি তমুকৰ ঘৰলৈ যোৱা। যাওক দে, কিবা অলপ সহায় পায়ে কিজানি। সময়ে সকলো কৰি আনিছে ডিম্বেশ্বৰ! এটা হুমুনিয়াহ চাৰিলে মাষ্টৰে।

জানকীয়ে চাহ-জলপান তৈয়াৰ কৰি শনিৰামৰ হাতত পথাৰলৈ পঠিয়াই দিলে। অলপ পিছতে ভাত-পানী খাই মণ্ডলৰ ল'ৰা অনুপ আৰু অসীম দুয়ো স্কুললৈ গ'ল। মণ্ডলে ঘৰতে ট্ৰাংক খুলি, আলমাৰি খুলি কিবা কাগজ-পত্ৰ চাই আছিল।

অলপ পিছতে এসোপা কাগজ-পত্ৰ উলিয়াই আনি বাৰাণ্ডাত থকা চকীখনতে বহি, বিতচকুযোৰ পিন্ধি কিবা চোৱাত ব্যস্ত হ'ল। কিছুমান কাগজ লুকীয়াকৈ থৈ বাকীবোৰ একেলগ কৰি আকৌ ঘৰৰ ভিতৰত থৈ আহিল। এইবাৰ আৰামী চকীখনত গাটো এৰা দি ভালদৰে বহি পুৰণি কাগজকেইখনত চকু ফুৰালে। "শনিৰাম, অ' শনিৰাম! ক'ত মৰিল এইটো!" মণ্ডলৰ চিঞৰ শুনি জানকীয়ে উত্তৰ দিলেঃ নাই খুৰাদেউ, পথাৰলৈ গৈছে চাহ-জলপান লৈ।

ঃ অ' হয় নেকি? চাওঁ এইপিনে আহ।

দৌৰি আহিল জানকীঃ কি হ'ল খুৰাদেউ?

বিতচকুৰ মাজেদি জানকীলৈ চাই মিচিকিয়াই হাঁহি ক'লে, ঃ যাচোন চিলিমটোত পকা আঙঠা দি লৈ আহ। জুহালৰ কাষতে বাঁহৰ চুঙাটোত ধঁপাতো আছে। ভালদৰে জ্বলাই আনিবি। আজি তোৰ হাতেদিয়ে খাওঁ কেনে সোৱাদ লাগে।

জানকীয়ে পকা আঙঠাৰে সৈতে চিলিমটো আনি গুড়গুড়িটোৰ ওপৰত বহুৱাই দিলে। পিতলৰ হোঁকাৰ দীঘল নলিচাডালত ধৰি মণ্ডলে ধঁপাত হুপিবলৈ ধৰিলে। জুই ফুৱাই ৰঙা হোৱা জানকীৰ মুখত, দেহত, মণ্ডলৰ চিকাৰী মেকুৰীৰ দৰে জ্বলি উঠা চকুহাল বিত্তচকুৰ আইনা পাৰ হৈ আহি স্পৰ্শ কৰিলে। এক বন্য দৃষ্টি বাগৰি গ'ল জানকীৰ দেহৰ ওপৰেদি। মণ্ডল তন্ময় হৈ ৰ'ল।

তাৰ কেইটামান মুহূৰ্তৰ পিছতে ঘটিছিল সেই ঘটনাটো। শনিৰাম তেতিয়াও উভতি অহা নাছিল। মৰাম্মুঁতিৰ পাৰৰ দূৰৈৰ পথাৰখনত মণ্ডলৰ মানুহবোৰ ধান কটাত ব্যস্ত। ঘৈণীয়েকৰ অনুপস্থিতিটো মণ্ডলে অনুভৱ কৰিলে।

অলপ পিছতে শোৱনি কোঠাৰপৰাই মণ্ডলে জানকীক মাতিলেঃ "জানকী, চাওঁ পানী এগিলাচ লৈ আহ।" দ্বিধাহীনভাৱে জানকী সোমাই গ'ল মণ্ডলৰ কোঠালৈ—শোৱনি কোঠালৈ। তাৰ পিছতে সংঘটিত হৈছিল তাইৰ পিতাকৰ সমবয়সৰ ৰত্নেশ্বৰ মণ্ডলৰ তাইৰ দেহৰ ওপৰত বলপূৰ্বক অত্যাচাৰ। এটা ৰুদ্ধ কান্দোনৰ বোবা বেদনাই দুগাল তিয়াই অৰ্থহীনভাৱে ৰত্নেশ্বৰ মণ্ডলে কৰা অমানৱীয় দৈহিক অত্যাচাৰৰ প্ৰতিবাদ জনালে। সেই প্ৰতিবাদ কোনেও নুশুনিলে। পুৰণি চিলাই কৰা ফটা ব্লাউজটো চিৰাচিৰ হৈ মণ্ডলৰ হাতৰ শক্তি, আদিম বন্যতাৰ পাশৱিকতাত পৰাজয় স্বীকাৰ কৰিলে। অৰূপৰ মুখখন তাই বহু কষ্ট কৰিও মনত পেলাব নোৱাৰিলে।

জীৱনৰ অমূল্য সম্পদ হেৰুৱাৰ বেদনাত, ক্ষোভত, দুখত চকুপানীৰে দুগাল তিয়াই জানকীয়ে মণ্ডলৰ নঙলা খুলি গুচি আহিছিল। বাটত লগ পোৱা পৰমা মাষ্টৰে তাইক এনেদৰে কান্দি-কাটি বাউলী হৈ অহা দেখি উৎকণ্ঠাৰে প্ৰশ্ন কৰিলে, "কি হ'ল জানকী? তই এনেদৰে……"

: ···মই—মই সকলো হেৰুৱালোঁ মাষ্টৰ খুৰা ! —বুলি হুকহুকাই কান্দি উঠিল জানকীয়ে।

: মই আৰু জীয়াই থকাৰ প্ৰয়োজন নাই—। ৰত্নেশ্বৰ মণ্ডলে···

: ৰচোন আই, ইমান অধৈৰ্য্য হ'ব নালাগে। মই বুজিছোঁ, সকলো বুজিছোঁ। এই পশুটোৰপৰা গাৱঁৰ গাভৰুও ৰক্ষা নাপায় ! ক্ষোভেৰে কৈ উঠিল মাষ্টৰে। মাষ্টৰৰ ভৰিত দুহাতেৰে সাৱটি ধৰা জানকীক মাষ্টৰে তুলি দিলে : অবুজ নহবিচোন আই !

ইতিমধ্যে পথাৰৰপৰা উভতি অহা মানুহে ঠাইতে জুম বান্ধিলে। মাষ্টৰক প্ৰশ্নৰ পিছত প্ৰশ্ন কৰিলে। ইন্দ্ৰ. প্ৰতাপ, জয়কান্তহঁতো আহিল। কৌতুহলী দৃষ্টিৰে অলেখ চকু জানকীৰ ওপৰত থৰ হৈ ৰ'ল। অৱশেষত মাষ্টৰ, ইন্দ্ৰ, প্ৰতাপ, কৰিমহঁতে বুজাই-বঢ়াই জানকীক ঘৰত থৈ আহিল।

শনিৰামে পথাৰৰপৰা উভতি আহি দেখে যে চৌকাত দালি উতলি পানী পৰি জুইকুৰা নুমাই ধোঁৱা ওলাই আছে। দালিয়ে হোৱা নাই, পথাৰৰপৰা মানুহ ভাত খাবলৈ আহিবৰ সময় হ'ল। "জানকী বাইদেউ ! অ' জানকী বাইদেউ।"—কি ঠিক, অভাৰী মানুহ, কিবা বয়-বস্তু চুৰি কৰি ঘৰলৈ লৈ গ'ল কিজানি ! পেৰা আৰু আলমাৰিৰ চাবিটো মণ্ডল দেউতাৰ হাততে আছে। কি হ'ল ? নে ক'ৰবাত লুকাই ধেমালি কৰিছে ! নাদৰ পাৰত, ঢেঁকীশালত, চ'ৰাঘৰত, ভঁৰালঘৰৰ বাৰাণ্ডাত—সকলোতে চালে। জানকী নাই। বৰঘৰৰ দুৱাৰ খোলা। মণ্ডল দেউতা দেখোঁ শোৱনি কোঠাত শুই আছে !

: দেউতা, জানকী বাইদেউ ক'লৈ গ'ল ? দালি উতলি জুইকুৰাও নুমাই আছে।

: ময়ে পঠিয়াই দিছোঁ। চুকুণী এজনীক তোৰ আইদেৱে ভাল ঘৰৰথীয়া কৰি থৈ গৈছে ! বৰঘৰত সোমাই তাই কি বিচাৰিছিল ! আৰু তইতো পথাৰলৈ যাওঁতে মোক কৈ যাব পাৰ। মণ্ডলে দুআষাৰমান টান কথা শনিৰামকো শুনাই দিলে।

হায় ! হায় ! নিগমে মৰিলোঁ। জানকী বাইদেউৰ যে হাতলৰ সেই কথা সি সপোনতো ভবা নাছিল। ভাগ্যে যেনিবা মণ্ডল দেউতা ঘৰতে আছিল ; নহ'লেতো তাৰপিনেও মুদা মৰিলহেঁতেন। অপৰাধীৰ দৰে শনিৰামে আৰু একো মুখুখি শোৱনি কোঠাৰপৰা জুহালৰ গুৰিলৈ গ'ল।

জুইকুৰা ফুৰাই ফুৰাই শনিৰামৰ বিৰক্তি লাগিছিল। এসোপা কেৰাচিন ঢালি দিলে। জুইশলাৰ কঠিটো মাৰি দিলে। ভমক্কৈ জুই জ্বলিল। তৰকাৰী কাটি কাটি সি ভাবিলে—জানকী বাইদেৱে জনো সঁচাকৈয়ে এনেকুৱা কাম কৰিব ? কথাটো জানো সঁচা ? শোৱনি কোঠাত দেখোঁ পানী গিলাচো বাগৰি আছে—বিচনাৰ কাপোৰ-কানিবোৰো বিশৃংখল হৈ আছে। জানকী বাইদেৱে কি বাৰু চুৰি কৰিবলৈ বৰঘৰৰ ভিতৰ সোমাইছিল ? গাৱঁৰ মানুহ-বোৰে কয়, মণ্ডল দেউতাৰ হেনো দুটা বস্তুৰ প্ৰতি লোভ বেছি—টকা আৰু তিৰোতা। জানকী বাইদেউকো……ছিঃ ছিঃ, সি কি কথাবোৰ যে চিন্তা নকৰিছে !

জানকীয়ে ঘৰত গৈ হিয়া ঢাকুৰি চুলি ছিঙি কান্দিলে। কেৱল কান্দিলে। কান্দি কান্দি চকুহাল ৰঙা হৈ পৰিল। পিতাক-মাক কোনেও একো নক'লে। ভৰণ-পোষণ দিব নোৱাৰা, এটুকুৰা ভাল কাপোৰ দিব নোৱাৰা, পেটৰ ভাতমুঠিও ভালদৰে দিব নোৱাৰাৰ অক্ষমতাৰ গ্লানিত জানকীৰ পিতাক কাতিৰামে কোণে নদেখাকৈ কান্দিলে। নিজৰ পুৰুষত্বৰ ওপৰত আস্থা, বিশ্বাস হেৰুৱাই কাতিৰাম আত্মপীড়নত দগ্ধ হ'ল। সান্ত্বনা দিয়াৰ সলনি মাকে চাদৰৰ আঁচলেৰে চকুপানী মচিলে।

গধূলি পৰমা মাষ্টৰ, মৌলবী, আঘোণা তিনিওজনে আহি জানকীক বুজাই-বঢ়াই গ'ল। সান্ত্বনা দিলে। যি হ'ল হৈ গ'ল, হৈ যোৱা কাম এতিয়াতো নোহোৱাকৈ নাথাকে ! অহা দেওবাৰে গধূলি নামঘৰৰ চোতালত বকুলগুৰিৰ পাঁচখেলৰ ৰাইজৰ বিচাৰ বহিব।—ইমান ডাঙৰ এটা অপৰাধ কৰি কেনেকৈ মণ্ডল সাৰি

যায় চাওঁচোন। এনেদৰে আঘোণাই কাতিৰামক সান্ত্বনা দিলে। জানকীক উদ্দেশ্য কৰি মৌলবীয়ে সান্ত্বনাৰ সুৰত ক'লে: আই অ' জানকী, তই একো গুণাহ কৰা নাই নহয়; অসন্তোষ নকৰিবি আই! চয়তানক আল্লাই কেতিয়াও ক্ষমা নকৰে। তইতো নিজৰ ইচ্ছামতে একো কৰা নাই। তই নির্দোষী।

পৰমা মাষ্টৰেও প্ৰবোধ দিলে।

গোটেই ৰাতি তাই ছট্ফটাই থাকিল। সিটো কোঠাত শুই থকা পিতাকৰো টোপনি অহা নাছিল। মাকো টোপনি যাব পৰা নাই। আজি কাৰো ভাত-পানীও খোৱা নহ'ল। মাজে মাজে তাই দীঘলকৈ হুমুনিয়াহ কাঢ়ে, অসহায় শিশুৰ দৰে ফেঁকুৰি উঠে। পিতাকে সাৰ পায়। মাক সাৰে থাকে। তিল্ তিল্ যন্ত্ৰণাৰ দংশনত প্ৰত্যেকেই অনুভৱ কৰিলে বেদনাৰ জ্বালা।

জানকীয়ে ভাবিলে, তাই যেন এই মুহূৰ্ততে কালদিয়াৰ সোঁতত নাইকিয়া হৈ যাব। নিঃশেষ হৈ যাব। এনেদৰে এসোপা কলংক লৈ তাই কেনেদৰে জীয়াই থাকিব? কেনেকৈ সমাজত মুখ উলিয়াব? এফালে হতাশা আনফালে মৌলবী, মাষ্টৰ, আঘোণা ককাইদেউৰ সান্ত্বনা। 'আই তই দুখ নকৰিবি। চন্দ্ৰতো কলংক আছে, সেইবুলি জানো কোনোবাই চন্দ্ৰৰ পোহৰ বেয়া পায়!' —বাৰে বাৰে তাইৰ কাণত বাজি উঠিল পৰমা মাষ্টৰৰ সান্ত্বনা-বাণী। জীৱনৰ মোহ, জীয়াই থকাৰ হেঁপাহে মৃত্যু-কামনাৰ দাবীক যুঁজি যুঁজি পৰাস্ত কৰিলে।'......তই দোষী নহয় আই...'

দেওবাৰ। নামঘৰৰ চোতালত বকুলগুৰিৰ পাঁচখেলৰ গঞা ৰাইজ আহি গোট খালে। কাম-বন কাটি কৰি থৈ, দুপৰীয়া ভাত-পানী খাই নামঘৰৰ চোতালত এজন-দুজনকৈ মানুহ আহি জুম বান্ধিলে। তাতে ৰত্নেশ্বৰ মণ্ডলৰ ওপৰত বিচাৰ, জানকীৰ দৰে গাভৰুৰ ওপৰত অত্যাচাৰ। সকলোৰে মনত খং। টকা-পইচা, সোণ-গহনাৰে তাৰ পেট নভৰে; গাৱঁৰ গাভৰুও লাগে। এইবাৰ কিবা এটা হ'ব। পেটে পেটে সকলো মানুহৰে মণ্ডলৈ

খং আছিল। প্ৰকাশৰ সুবিধা নাছিল। এইবাৰ যেনিবা সমূহীয়াকৈ পোতক তোলাৰ সময় আহিছে।

পৰমা মাষ্টৰ, মৌলবী, জয়কান্ত, কৰিম, ইয়াকুব, মুকুল, আঘোণা, আব্দুল, গফুৰ, ৰমাকান্ত সকলো আহিছে। গাৱঁৰ নাম থকা 'মেল্‌কী' ধৰ্মকান্ত বুঢ়াও লাখুটিত ভৰ দি দি বিচাৰথলীলৈ আহিল। ভোগালীৰ উৰুকাৰ ৰাতি ভোজ-ভাত খাওঁতেহে এনেদৰে মানুহ আহে। কিন্তু আজিতো ভোগালীৰ উৰুকা নহয়— কাঙালীৰ কালিকাহে চৰিছে গাৱঁত। জাকে জাকে মানুহ আহিল। বিচাৰ আৰম্ভ নৌ হওঁতেই জুমে জুমে জানকী আৰু মণ্ডলক লৈ আলোচনা কৰিলে। কোৱা কথাকে কৈ, শুনা কথাকে শুনি টোটোৱাকৈ ৰৌটো কৰি এজনে আন এজনৰ আগত সেই একেই কথাকে কৈছে।

পটেশ্বৰী-সুমলাহঁতৰ লগত আহি জানকী বিচাৰস্থলীত উপস্থিত হ'ল। কালৈকো নোচোৱাকৈ লাজ, ঘৃণা আৰু ক্ষোভ লৈ জানকীয়ে একাষৰীয়াকৈ ৰটগছজোপাৰ তলতে থিয় হ'ল। পটেশ্বৰী-সুমলা-তগৰহঁতে দুই-এটা সৰু-সুৰা কথা কৈ পৰিস্থিতিটো পাতল কৰিবলৈ চেষ্টা কৰিলে। জানকীয়ে অসহায় বোধ কৰিলে— তাইৰ দেহাটো যেন চুৰা হৈ গ'ল। কেৱল কলংকৰ বোজা। অজস্ৰ কৌতূহলী দৃষ্টিয়ে ইমান দিনৰ চিনাকি জানকীক অচিনাকি কৰি তুলিলে। গুণ্ গুণাই, ফুচফুচাই কথা ক'লে।

পূৰ্বপ্ৰচলিত ৰীতি অনুসৰি দুয়ো পক্ষই শৰাইত তামোল-পাণ দি ৰকুলগুৰিৰ পাঁচখেলৰ ৰাইজক সেৱা জনাই মান ধৰিলে। গোচৰীয়া পক্ষৰ হৈ জানকীৰ পিতাক কাতিৰামে ৰাইজৰ আগত আঁঠু লৈ জানকীৰ ওপৰত কৰা মণ্ডলৰ অত্যাচাৰৰ কথা সংক্ষেপে ক'লে আৰু ৰাইজে যাতে সুবিচাৰ কৰে আৰু দোষীক উপযুক্ত শাস্তি দিয়ে তাৰ বাবে আবেদন জনালে।

মণ্ডলে কাৰোপিনে চোৱা নাই, তলমূৰ হৈ বহি আছে। মৌলবীয়ে ৰাইজক গোটেই ঘটনাটো ভালদৰে জনাই ক'লে,—

ঃ সঁচাকৈয়ে এনে ঘটনা ঘটাটো লজ্জাজনক। নিজৰ ছোৱালীৰ বয়সৰ জানকীৰ ওপৰত এনেদৰে বলপূৰ্বকভাৱে অত্যাচাৰ কৰাৰ বাবে ৰত্নেশ্বৰ মণ্ডল জগৰীয়া। গতিকে মণ্ডল নাৰীধৰ্ষণ অপৰাধত অপৰাধী। এই অপৰাধীক ৰাইজে যি শাস্তি দিয়ে তাকে মানি লব লাগিব। এই কথাষাৰ শুনাৰ লগে লগে মণ্ডলে গোনা ম'হৰ দৰে খঙাল চকুহাল তুলি আক্ৰামুদ্দিন মৌলবীলৈ চালে। ৰাইজে পাছফালৰপৰা চিঞৰি ক'লে ঃ হয়, হয়, দেষীক শাস্তি দিব লাগে।

আক্ৰামুদ্দিন মৌলবীয়ে দিয়া সিদ্ধান্তৰ পিছত "ইয়াত্ত কাৰোবাৰ কিবা কবলগীয়া আছে নেকি?" বুলি মাষ্টৰে দুয়ো পক্ষকে সুধিলে।

মণ্ডল থিয় হ'ল। গুৰু-গম্ভীৰভাৱে নাটকীয় ভঙ্গীত কবলৈ ধৰিলে ঃ বকুলগুৰিৰ ৰাইজক মই সদায়ে মানি আহিছোঁ। আজিও মানিম। জানকী, জানকী মোৰ ছোৱালীৰ দৰে! তাইৰ লগত মোক এনেদৰে সাঙুৰি দিয়াৰ বাবে মই লজ্জিত আৰু অপমানবোধ কৰিছোঁ। জানকীৰ ওপৰত মই কোনো অত্যাচাৰ কৰা নাই। এই সকলোবোৰ মিছা কথা, জঘন্য মিছা। ই কিছুমান ঈৰ্ষাপৰায়ণ মানুহৰ কু-চক্ৰান্তৰ বাহিৰে অইন একো নহয়। তাৰ আগতে ৰাইজে জানকীক সোধা ভাল হ'ব নেকি যে জানকীয়ে মোৰ শোৱনি কোঠাত সোমাই কি চুৰি কৰিবলৈ ওলাইছিল!

ৰত্নেশ্বৰ মণ্ডলৰ মুষ্টিমেয় সমৰ্থক কেইজনমানে চিঞৰিলে ঃ চুৰি কৰি এতিয়া সতী-সাধ্বী দেখুৱাব আহিছে!

ঘটনাই বেলেগ ফালে গতি লোৱাৰ আগতে ক্ৰুদ্ধা বাঘিনীৰ দৰে জানকী থিয় হ'ল। তাই সকলো হেৰুৱাইছে, এতিয়া হেৰুৱাবলৈ একো নাই। খঙত, ক্ষোভত প্ৰতিবাদ কৰি উঠিল।

ঃ মিছা কথা, মিছা কথা, মই কোনো বস্তু চুৰি কৰা নাই। ঈশ্বৰৰ দোহাই, মই তেনে কাম কেতিয়াও কৰা নাই। সেই মণ্ডলেহে মোক.........। হুকহুকাই কান্দি উঠিল জানকীয়ে।

ৰাইজ নিতাল-নিস্তব্ধ। কেইটামান মুহূৰ্ত কেৱল জানকীৰ উচুপনিৰ বাহিৰে একো শুনা নগ'ল। অস্থিৰভাৱে পৰমা মাষ্টৰ

থিয় দিলে ঃ ৰাইজ, মই এষাৰ কওঁ বুলি ৰাইজৰ অনুমতি বিচাৰি আৰম্ভ কৰিলে ঃ সেইদিনা যে মণ্ডলৰ ঘৰলৈ ৰাতিপুৱাই জানকী গৈছিল সেইটো সঁচা। যাওঁতে বাটত মই আৰু আঘোণাই লগো পাইছিলোঁ। আৰু সেই ঘটনাটো ঘটি যোৱাৰ পিছত জানকীয়ে যেতিয়া কান্দি-কাটি বাউলী হৈ ঘৰলৈ উভতি আহিছিল, তেতিয়াও মই লগ পাইছিলোঁ। আৰু তাত, সেইদিনা উপস্থিত থকা সকলো মানুহে জানকীয়ে কোৱা কথা নিশ্চয় শুনিছে। তাই কোৱা সকলো কথা আৰু সেই দৃশ্য শুনিছে আৰু দেখিছে। ইয়াত মিছা কোৱাৰ আৰু কি দৰকাৰ আছে ?

জীৱকান্ত, ইন্দ্ৰ, প্ৰতাপ, কৰিম আটাইকেইজনে ৰাইজৰ আগত থিয় হৈ সগৰ্বে ক'লে ঃ হয়, আমি দেখিছোঁ। পাছফালৰপৰা মণ্ডলৰ ফলীয়া মানুহে চিঞৰি ক'লে ঃ এনেয়ে দেখিছোঁ বুলি ক'লেই হ'লনে !

দুয়োপক্ষৰ মাজত বাক-বিতণ্ডা আৰম্ভ হ'ল।

এনেতে গাওঁৰ বয়োবৃদ্ধ ধৰ্মকান্ত 'মেল্‌কী'য়ে থিয় হৈ ক'লে,

ঃ ৰাইজ শুনাহঁক, ইমান অধৈৰ্য্য হৈ লাভ নাই। দোষ কৰিলে দোষীৰ শস্তি বিধান হবই। এনে এটা মহাপাপক কোনে বাৰু ক্ষমা কৰিব ? আৰু এই ফুল-কুমলীয়া ছোৱালীজনীয়ে জানো নিজে নিজে এনেয়ে নিজৰ গাত বদনাম লেটিয়াই লব ? আৰু পৰমাই, মৌলবীয়েনো কি হিংসাত এনে কথা ক'ব ? বাৰু আই জানকী, তই শপত খাই কচোন, মণ্ডলে কৰা এইবোৰ কাম জানো সঁচা ?

জানকীয়ে ৰাইজৰ আগত আঁঠু লৈ থিয় হ'ল। চল্‌চলীয়া ৰঙা চকু দুটি চাদৰৰ আঁচলেৰে মচি পেলালে। মণ্ডলে সেইহাল চকুলৈ চাবলৈ ভয় কৰিলে। মনে মনে বুদ্ধি পাঙিলে কেনেকৈ ইয়াৰপৰা সাৰি যাব পাৰি। মণ্ডলৰ মুখখন বিবৰ্ণ হ'ল, ৰঙা হ'ল। সন্মান আৰু আভিজাত্য বজাই ৰখাৰ বাবে মণ্ডল দৃঢ়-

প্ৰতিজ্ঞও হ'ল। ৰাইজৰ ৰায় দৰকাৰ হ'লে অস্বীকাৰ কৰিব, কি প্ৰমাণ আছে ?

ঃ মই এই গোসাঁইঘৰৰ চোতালত, কলীয়া গোসাঁইৰ নামত একশবাৰ শপথ খাই কৈছোঁ—এই কথা সঁচা।—জানকীয়ে একে উশাহেৰে ক'লে।

ধৰ্মকান্ত মেল্‌কীয়ে সমজুৱাক লক্ষ্য কৰি আকৌ ক'লে ঃ ৰাইজ, জানকীয়ে কলীয়া গোসাঁইৰ নামত শপত খাই কৈছে কথাটো সঁচা আৰু ইয়াৰ বাবে মণ্ডল জগৰীয়া। বোলো কথাতে কয় 'কাপোৰত জুই বান্ধি ঘৰে লৈ যায়। হাত মেলি চন্দ্ৰধৰে বাপাৰ বেটা সেই॥'—সেইজনহে সৎপুৰুষ। গাৱঁৰ গাভৰু ছোৱালীৰ জীৱনক লৈ এনেদৰে জোৰ-জুলুমকৈ মণ্ডলে কু-কাৰ্য্যত লিপ্ত হোৱাটো ঘোৰ অন্যায়; মহাপাপ। মই এটা ৰায় দিব বিচাৰিছোঁ, উচিত-অনুচিত ৰাইজে বিবেচনা কৰিব।—দোষী ৰত্নেশ্বৰ মণ্ডলে জানকীৰ বিয়াৰ সম্পূৰ্ণ খৰচ বহন কৰিব লাগিব আৰু ৰাইজৰ আগত তামোল-পাণৰ শৰাইৰে মান ধৰি আঁঠু লব লাগিব—নে ৰাইজৰ কিবা আপত্তি আছে ?

হাত-চাপৰি বজাই সমৰ্থন কৰি ৰাইজে চিঞৰি—উঠিল ঃ মণ্ডলে এতিয়া ৰাইজৰ আগত আঁঠু লবহে লাগে।

খঙাল মূৰ্তি ধৰি মণ্ডলে কৈ উঠিল ঃ ৰাইজৰ এই অন্যায় বিচাৰ মই মানি নলওঁ। কোনো প্ৰমাণ নাই, সাক্ষী নাই। মই সমাজৰ ৰায় মানিব নোৱাৰোঁ। দৰ্কাৰ হ'লে মই আইন-আদালতৰ সহায় ল'ম। মণ্ডলক সমৰ্থন কৰি কেইজনমানে উৎসাহিত হৈ ক'লে ঃ অন্যায় বিচাৰ। বাকী ৰাইজে চিঞৰিলে ঃ দোষীৰ উপযুক্ত শাস্তিয়ে হৈছে। বকুলগুৰিৰ ৰাইজক অমান্য কৰে ইমান সাহস তাৰ! প্ৰতাপ-ইন্দ্ৰ-আঘোণাহঁতে গজি উঠিল ঃ শিয়ালৰ দৰে পাছৰপৰা চিঞৰি থাকিব নালাগে, কিবা কব লগা আছে যদি থিয় হৈ ক।

দুয়োপক্ষৰ মানুহৰ মাজৰ তুমুল বাক্-বিতণ্ডাই চূড়ান্ত ৰূপ ললে। গাৱঁৰ মানুহে মণ্ডল আৰু মণ্ডলৰ ফলীয়া মানুহকেইটাৰ মইমতালি

সহি থাকিব নোৱাৰিলে। ডেকাকেইটাই সিহঁতক লক্ষ্য কৰি চোঁচা ললে। বিচাৰস্থলী গুছি ৰণস্থলী হ'ল। মণ্ডলৰ পক্ষৰ মানুহকেইটাক গাৱঁৰ উদণ্ডীয়া ডেকাকেইটাই চৰিয়াই-ভুকুৱাই নৈৰ পাৰলৈ খেদি নিলে। ৰাইজৰ মাজত সন্ত্ৰাসৰ সৃষ্টি হ'ল। পৰিস্থিতি বেয়া দেখি মণ্ডলেও ছেগ বুজি দৌৰ দিলে। পাছে পাছে গাৱঁৰ মানুহে শিশুপাল খেদা দিলে। ফটা চুৰিয়া, কাঁইটৰ আঁচোৰ লৈ মণ্ডল ঘৰৰ ভিতৰত সোমাই থাকিলগৈ।

ৰাইজ উত্তেজিত হ'ল। সিয়ে দোষ কৰে আৰু সিয়ে আহে ৰাইজক বৰ বৰ কথা শুনাবলৈ! ধনী হ'ল বুলি তাৰ ইমান পৰাখিতাপ!

"ৰাইজ, আজিৰপৰা ৰত্নেশ্বৰ মণ্ডল বকুলগুৰিৰ পাঁচখেলৰ ৰাইজৰপৰা এঘৰীয়া হ'ল। তাৰ লগত খোৱা-লোৱা বন্ধ। অন্যথাই দণ্ড ভৰিব লাগিব।" ফোঁপাই-ফোপাই ধৰ্মকান্ত মেলকী বহি পৰিল।

পৰমা মাষ্টৰ, মৌলবী সকলোৱে অবাক মানিলে। অবাক মানিলে বৃদ্ধ ধৰ্মকান্ত মেল্‌কী। তিনিকুৰি সাত বছৰীয়া জীৱনত বিস্ময় মানিলে ধৰ্মকান্ত মেল্‌কীয়ে। অপমানবোধ কৰিলে। চকুৰ পচাৰতে কেনেকৈ যে কি ঘটনাখন ঘটি গ'ল!

শৰাইত মান ধৰা তামোল-পাণ ছিটিকি গৈ ভৰিৰ গচকত পৰি ৰ'ল। শৰাইখন বাগৰি পৰি আছে—যেনেকৈ এদিন সোণাখাইতী বাটত প্ৰকাণ্ড পাকৰিজোপা বাগৰি পৰি আছিল।

## ন

সময় আগবাঢ়ি গৈছিল। পৰিবৰ্তনো আহিল! বকুলগুৰিৰ বুকুৰপৰা বহুতো হেৰাই গৈছিল। নৈৰ পাৰৰ পুৰণি গৰা নতুন বাৰিষাৰ পানীত জহি-খহি গৈছিল। তাৰ মাজতো নৈপৰীয়া বহাগৰ বিৰিণাৰ দৰে নতুনে গজালি মেলিছিল। ভঙা-গঢ়াৰ মাজেদি ৰচিত হৈছিল নতুন ইতিহাসৰ।

বকুলগুৰিৰ তিনিআলিৰ চকত আৰু কেইখনমান দোকানৰ সংখ্যা বাঢ়িল। চাহ দোকানো হ'ল। এতিয়া চুলাই মদ আৰু জুৱা খেলাৰো প্ৰচলন হ'ল।

জানকীৰো এদিন বিয়া হৈ গ'ল। ৰামপুৰৰ ভোলানাথৰ লগত। দ্বিতীয়া স্ত্ৰী হিচাপে জানকী ৰামপুৰৰ বোৱাৰী হৈছিল। ভোলানাথৰ প্ৰথমা স্ত্ৰী অহল্যাৰ মৃত্যুৰ পিছত। তিনিটা ল'ৰা-ছোৱালী এৰি থৈ যোৱা ঘৰখনৰ দায়িত্ব জানকীয়ে লব লগা হ'ল। বাহি হোৱা ফুলৰ, সৰা ফুলৰ আদৰ ক'ত?

জানকী সম্পৰ্কীয় গোচৰটোৰ কথা মানুহবোৰে প্ৰায় পাহৰি যোৱাৰ দৰে হৈছিল। কিন্তু তেতিয়াও মাষ্টৰ আৰু মৌলবীলৈ মণ্ডলৰ আক্ৰোশ বৈ আছিল। প্ৰতিশোধৰ বাসনাই গোপন ব্যাধিৰ দৰে বহুত দূৰলৈ শিপাইছিল। সামাজিক শত্ৰুতাক মণ্ডলে আনি আৰোপ কৰিলে মাষ্টৰৰ গাত, মৌলবীৰ গাত। এই দুটাই মূল। ইহঁতক অপদস্থ কৰিব পাৰিলে সিহঁতৰ দল ছত্ৰভঙ্গ দিব। প্ৰতিহিংসাৰ জুইত মণ্ডল জ্বলি-পুৰি মৰিল। মণ্ডলে সদায় চেলু বিচাৰি থাকিল কেনেকৈ মাষ্টৰ আৰু মৌলবীৰ ওপৰত অপমানৰ পোতক তুলিব পৰা যায়।

মণ্ডলৰ খেলৰ লগত আগৰেপৰা মাষ্টৰহঁতৰ খেলটোৰ জেদ আছিল। জন্মাষ্টমীত হোৱা নাওঁখেলত প্ৰতিবাৰে মণ্ডলহঁতৰ খেলটো পৰমা মাষ্টৰহঁতৰ খেলটোৰ হাতত পৰাজিত হৈছিল। আগৰ দৰে

আজিকালি সোণাখাইতীৰ ঘাটত জন্মাষ্টমীৰ দিনাখন নাওঁখেল নহয়। 'হৰিবোল হৰিবোল মাধৱ ৰামহে' বুলি নাওঁখেলৰ নাম লগাই দিয়া ৰামচৰণ পাঠকেও এদিন পিত্ত ৰোগত পৰি মৃত্যুবৰণ কৰিলে। তেতিয়াৰপৰা মণ্ডলে মাষ্টৰহঁতৰ খেলটোৰ মানুহক ভাল নাপায়—বিশেষকৈ পৰমা মাষ্টৰক। টকা-পইচাৰ ফালৰপৰা মণ্ডল বহু ওপৰত থাকিলেও মাষ্টৰহঁতৰ খেলটোৰ জনা-বুজা আৰু মুৰব্বী মানুহ হিচাপে পৰমা মাষ্টৰৰ বিশেষ প্ৰতিপত্তি আছিল। সেই বাবে মাষ্টৰলৈ মণ্ডলৰ ঈৰ্ষা আৰু হিংসা দুয়োটাই আছে। মৌলবীক ভাল নাপায় মাষ্টৰৰ বন্ধু আৰু মৌলবী হিচাপে পোৱা মান-সন্মানৰ বাবে। মাষ্টৰ আৰু মৌলবীয়েও ৰত্নেশ্বৰ মণ্ডলক ভাল নাপাইছিল ব্যক্তিগতত্ব চৰিত্ৰ আৰু টকাৰ প্ৰতি থকা অত্যন্ত লোভৰ বাবে।

আজিকালি পৰমা মাষ্টৰৰ চিন্তাও বেছি হৈছে। টাউনত থকা পুতেকক কলেজত পঢ়া-খৰচ দিব লাগে। চাওঁতে চাওঁতে জীয়েক সাবিত্ৰীকো বিয়া দিয়াৰ বয়স হ'ল। অৱশ্যে সাবিত্ৰীতকৈ বহু ডাঙৰ চন্দ্ৰা, উৰ্বশী, প্ৰেমদাহঁতক দৰিদ্ৰতাৰ কাৰণে মাক-বাপেকে তেতিয়াও বিয়া দি উলিয়াই দিব পৰা নাই। অতীতৰ বকুল-গুৰিৰ সপোন যেন লগা বহু কথাই আজি সময়ৰ সোঁতত বিলীন হৈ গ'ল। অভাৱ-অনাটন, দৰিদ্ৰতাই যেন মানুহক তিলে তিলে হত্যা কৰি আনিছে। আগৰ দৰে ডেকা চামৰ মাজত ঐক্য, ৰং-ধেমালি নাই, উৎসাহ নাই। নদীৰ ঘাট আগৰ দৰে গাভৰুৰ হাঁহিৰে উচ্ছল নহয়। যেন এক অবুজ বিষণ্ণতাৰ ছাঁত সমগ্ৰ বকুলগুৰি ক্ৰমান্বয়ে হেৰাই যাবলৈ ওলাইছে!

"যিহে দিনকাল পৰিছে, সোনকালে পাৰিলে সাবিত্ৰীৰ বিয়া-খনহে পাতিব লাগে। ঘৰত এনেদৰে গাভৰু ছোৱালী ৰাখি থৈ লাভ কি? এদিনতো বিয়া দিবই লাগিব!"—নিৰুপমাই কোৱা কথাষাৰ মাষ্টৰৰ গাতো লাগিল। আৰু বা কি দিন আহে!

বনগাৱঁৰ মোমায়েকৰ ঘৰত খবৰ দিলে—সাবিত্ৰীৰ বিয়া পাতিব লাগে। টাউনৰ কলেজত পঢ়ি থকা দীপাংকলৈ চিঠি লিখিলে

বন্ধু-বান্ধৱৰ সহায়ত পাৰিলে সাবিত্ৰীৰ বাবে এটা ভাল দৰা চাব লাগে। প্ৰথমতে দেউতাকৰপৰা এনে এখন চিঠি পাই দীপাংক আচৰিত হৈছিল। সি যেন এতিয়া ঘৰৰ কথাও চিন্তা কৰিব পৰা হ'ল। সেই বাবে দেউতাকে তাকো অংশীদাৰ কৰি লৈ সাবিত্ৰীৰ বিয়াৰ বাবে দৰা বিচাৰিবলৈ কৈছে। কিন্তু সাবিত্ৰী—'সাবি'—ছুয়ো একেলগে শেৱালি জোপাৰ তলত পুতলা সাজি ৰং খেলিছিল, তাইৰ ইমান সোনকালে বিয়া হৈ যাবনে? ক্লাছ নাইন পাইছে—আৰু ছুটা বছৰৰ পিছত মেট্ৰিক দিব। পাৰিলে স্কুলৰ শিক্ষাটো সাং কৰক। মৰমৰ এজনী ভনীয়েক—সাবিত্ৰী। তাইক বিয়া দিলে দেখোঁ ঘৰখন উদং হৈ যাব! পিছ মুহূৰ্ত্ততে সি চিন্তা কৰিলে, দেউতাকৰ চাকৰিও আৰু বোধহয় বেছিদিন নাই। সি একো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। মাত্ৰ দেউতাকক জনালে—ভাল ল'ৰাৰ খবৰ পালে চিঠিৰে জনাম।

এমাহমান বন্ধু-বান্ধুৱৰ হতুৱাই দৰাৰ খবৰ কৰিলে। নাই নহ'ল। লগৰ বন্ধু শান্তনু আৰু অমৰহঁতে দীপাংকক ঠাট্টা কৰিলে—'ইমান সৰু ছোৱালীৰ বাবে ক'ত দৰা পাবি?' এদিন ঘৰৰপৰা চিঠি আহিল—সাবিত্ৰীৰ বিয়া। দৰা ৰামপুৰৰ গোপাল কলিতা—আঁহতগুৰিৰ হাইস্কুলত শিক্ষকতা কৰে। বিয়া ফাগুনৰ পঁচিশ তাৰিখে। আজি ছুই ফেব্ৰুৱাৰী, সোতৰ মাঘ। ফাগুনৰ পঁচিশ তাৰিখে সাবিত্ৰীৰ বিয়া। চিঠিখন পঢ়ি সি আনন্দৰ লগত অজানিতে মনৰ গোপন কোণত এক বুজাব নোৱাৰা বেদনাও অনুভৱ কৰিলে। সাবিত্ৰী সঁচাকৈয়ে বোৱাৰী হৈ বকুলগুৰি এৰি গুচি যাব—এই কথাই তাক আঘাত দিলে। সিয়ে সাবিত্ৰীৰ ডাঙৰ ককায়েক!

বিয়াৰ তিনিদিনৰ আগতে দীপাংক তাৰ কলেজীয়া বন্ধু ছুজনক লৈ ঘৰলৈ আহিল। অমৰ আৰু শান্তনু। গাৱঁত বিয়া চোৱাৰ হেনো সিহঁতৰ খুব হাবিয়াস। অন্যান্য বন্ধু-বান্ধৱকো সি নিমন্ত্ৰণ কৰি আহিল।

মাক-দেউতাকে দীপাংক অহালৈ বাট চাই আছিল। গহনা-গাঁঠৰি সকলো ঠিক হৈ আছে। মাত্র পাটৰ কাপোৰ যোৰ টাউনৰপৰা আনিবলৈ মাষ্টৰে দীপাংকলৈ টকা পঠাই দিছিল। পাটৰ কাপোৰৰ লগতে সি ভনীয়েৰ কাৰণে জবাকুসুম তেল, স্নো, পাউদাৰ, চেণ্ট, আইনা-ফণি আদিও কিনিলে।

দুটা বেগ আৰু এটা ডাঙৰ ছুট্কেছ কঢ়িয়াই কঢ়িয়াই তিনি বন্ধুৱে আঁহতগুৰি ষ্টেচনৰপৰা বকুলগুৰিলৈ খোজ ললে। নৈৰ পাৰে পাৰে মথাউৰিটোৰে আহি গাৱঁৰ আলিত খোজ দিলে। নৈৰ পাৰৰ পলাশ, শিমলু ৰঙা ৰঙা হৈ জক্মকাই ফুলিছিল। কুলিৰ মাত, কপৌফুল, মাটিত হাউলি পৰিব খোজা বাঁহ গছৰ আগ —এই সকলোবিলাক দৃশ্যই সৰুৰেপৰা টাউনত থাকি ডাঙৰ-দীঘল হোৱা অমৰ আৰু শান্তনুক আনন্দৰ খোৰাক যোগালে। গছৰ পকা পাতেৰে, তল সৰা মদাৰ-শিমলুৰ ফুলেৰে গোটেই বাট-পথ ভৰি আছে।

দূৰৰ পথাৰত বতাহে ধূলি উৰুৱাইছিল। গাইগৰুবিলাকে পোৱালি হেৰুৱাই হেম্বেলনি মাৰিছিল। লাহে লাহে বেলিটো শিমলু ফুলৰ দৰে ৰঙা হৈ বিশাল পথাৰখনৰ সিপাৰে ওলমি পৰিল। বাটৰ কাষৰ পুৰণি পাকৰি গছৰ শুকান ডালত পৰি গছ খোলা চৰায়ে টক্টকাই শব্দ কৰিলে। অমৰে শান্তনুক আঙুলিৰে দেখুৱাই দিলে— দীঘল জোঙা ঠোঁটৰ ধুনীয়া চৰাই! দীপাংকই হাঁহিলে। সেইটো গছখোলা চৰাই বুলি কয়। গছৰ ভিতৰত থকা পোক-পৰুৱা খায়। সৌবোৰ তামোল গছত কেকেটুৱা। সিহঁতে ভাবিলে, চহৰত গাৱঁত থকা বহুতো বস্তু নাই।

ঘৰ পাবলৈ আৰু আধামাইলমান আছে। বকুলগুৰিও কম ডাঙৰ গাওঁ নহয়; বাৰটা চুবুৰীৰে সৈতে কালদিয়াৰ পুৰণি গাওঁ। আঁহতগুৰিৰপৰা বকুলগুৰিলৈ পাঁচ মাইলতকৈ অলপ বেছি হ'ব। সিহঁতৰ খোজকাঢ়ি ভাগৰ লাগিছিল। হাতে হাতে বেগ, দীপাংকৰ হাতত ডাঙৰ ছুট্কেছ। সেইটো নতুন, সাবিত্ৰীৰ বাবেই। তাতে

তাইৰ পাটৰ কাপোৰ আৰু প্ৰসাধনৰ বয়-বস্তুবোৰ লৈ আহিছে। লগতে তাৰো কেইখনমান কাপোৰ। এনেতে আঁহতগুৰিৰপৰা চাইকেলেৰে ঘূৰি অহা ইন্দ্ৰ খুৰাকক লগ পাই দীপাংকই তাৰ ছুট্‌কেছটো খুৰাকৰ চাইকেলৰ কেৰিয়াৰত পঠিয়াই দিলে।

ঃ দে, তহঁতৰ যদি ভাগৰ লাগিছে বেগকেইটা মোক দে। দীপাংকই অমৰ আৰু শান্তনুক ক'লে!

শান্তনুৱে ক'লেঃ মোৰ ভাগৰ লগা নাই দে। অমৰৰ বেগটোকে তই ল। তাৰ ভাগৰ লাগিছে কিজানি।

অমৰ আৰু শান্তনুৱে পিন্ধি যোৱা বহল বহল লংপেণ্ট, কঁকালত আঁৰি লোৱা ডাঙৰ বেল্ট, শান্তনুৰ চকুত সোণালী ফ্ৰেমৰ চছমা, অমৰৰ ফ্ৰেন্স্‌ কাট ডাঢ়ি - এই সকলোবিলাকৰ সৈতে সিহঁতক আচৰিত আৰু কিবা নতুন বস্তু দেখাৰ দৰে গাৱঁৰ ল'ৰা-ছোৱালীয়ে জুমি জুমি চালে। নাকত শেঙুন উজাই, খুলি যাব খোজা তপিনা নোহোৱা ফটা হাফপেণ্টবোৰ এহাতেৰে ধৰি দীপাংকহঁতৰ পাছে পাছে সমদলত যোগ দিলে। কল ঢকুৱাৰ বেৰৰ আঁৰেৰে গাৱঁৰ গাভৰুৱে জুমি চালে।

অসম্পূৰ্ণকৈ থোৱা ৰভাৰ তলতে পৰমা মাষ্টৰে মৌলবীৰ লগত বিয়াৰ কথাকে আলোচনা কৰি আছিল। দীপাংক আৰু বন্ধু দুজনক দেখি মাষ্টৰে চিঞৰি ক'লেঃ ঐ আঘোণা, চকী দুখন লৈ আহ! মৌলবীয়ে হাঁহি হাঁহি দীপাংকক ক'লেঃ ভনীয়েৰৰ বিয়া, তোৰ দেখোঁ একো খবৰেই নাই ডাঙৰ বাপু?

ঃ নাই খুৰা, এনেয়ে দেৰি হ'ল—আৰু আগতে আহি মইনো কি কৰিম! আপোনালোক আছেই দেখোন! অ' এয়া মোৰ বন্ধু অমৰ দত্ত, শান্তনু বৰুৱা।

নমস্কাৰ আৰু প্ৰতি-নমস্কাৰ জনোৱা পৰ্ব শেষ হ'ল। ইতিমধ্যে চকী দুখন আনি ল'ৰা দুজনৰ কাষতে পাৰি দিলে। মাষ্টৰে ক'লেঃ বহাঁ বোপা।

"আগতে মুখ-হাত ধুই লওক"—বুলি অমৰ আৰু শান্তনুক দীপাংকই মাতি লৈ গ'ল। দীপাংকই তাৰ কোঠাত সোমাই দেখিলে—টেবিলত তামোল-পাণ এসোপা বিশৃঙ্খল হৈ পৰি আছে। সিহঁত দুটাক কাপোৰ-কানি সলাব দি পুখুৰীৰ পাৰলৈ লৈ গ'ল। পুখুৰীটো কিমান দ, কি কি মাছ আছে, বাৰিষা বুৰেনে নুবুৰে ইত্যাদি প্ৰশ্ন কৰিলে অমৰে। দীপাংকই উত্তৰ দি গ'ল।

ঘৰত বনোৱা নাৰিকলৰ লাড়ু আৰু ঘিলা পিঠাৰে কাঁহৰ বানবাটিত সাবিত্ৰীয়ে নিজেই চাহ দি গ'ল। দীপাংকই জোকাই থং তুলিবৰ বাবে ক'লে: এইজনী পৰহিলৈ কইনা হ'ব। সাবিত্ৰী! তাই লাজতে তলমুৰ কৰিলে। ছুটকেছটো খুলি নিজৰ কাপোৰ-খিনি ৰাখি সাবিত্ৰীৰ হাতত ছুটকেছটো তুলি দি দীপাংকই ক'লে: সাবি, ইয়াৰ ভিতৰত থকা সকলো বস্তুৱে তোৰ।

সাবিত্ৰীয়ে ক্ষীণকৈ হাঁহিলে। অমৰ আৰু শান্তনুক লক্ষ্য কৰি 'চাহ খাওক ককাইদেউ' বুলি কৈ চ'ৰাঘৰেদি বৰঘৰলৈ সোমাই গ'ল। মাকেও আহি মাজতে সিহঁতৰ খবৰ লৈ গ'ল। অমৰ আৰু শান্তনু অহাৰ বাবে মাকে ভাল পালে। "বোপা, তোমালোকৰ কিবা অসুবিধা হ'লে মোক কবা আৰু দীপতো আছেই। আমি গাৱঁলীয়া মানুহ। গাৱঁত থাকিলে কিছু অসুবিধা পাবাই। তাৰ বাবে বেয়া-চেয়া নাপাবা বোপা"—বুলি ব্যস্ততাৰে মাক নিৰুপমা আকৌ গুচি গ'ল। গাৱঁৰ মানুহৰ এই আন্তৰিকতা দেখি অমৰ আৰু শান্তনু আনন্দিত হ'ল।

বিয়াৰ দিনা ৰাতিপুৱাৰেপৰা উখল-মাখল। তামোল কটাই তামোল কাটিছে, কল কটা মানুহে ৰাইজক চিৰা-দৈ খুৱাবলৈ কল কাটিছে। বৰঘৰৰ ভিতৰত তিৰোতা-গাভৰুৰ হাঁহি-খিকিন্দালি। ইজনীয়ে সিজনীৰ মূৰত তেল সানি দিছে—সেন্দূৰ সানি দিছে মুখত। পৰমা মাষ্টৰে আঘোণা, ইন্দ্ৰ, ডিম্বেশ্বৰহঁতক ক'ত কি বস্তু আছে—দুপৰীয়া গঞা ৰাইজক কি খুৱাব, গধূলি দুবৈৰ মিতিৰ-কুটুম, বন্ধু-বান্ধৱ, নিমন্ত্ৰিত অতিথিসকলক কেনেদৰে অভ্যৰ্থনা

কৰিব লাগিব ইত্যাদি সকলো দিহা-পৰামৰ্শ দিয়াত ব্যস্ত। গাৱঁৰ উদণ্ডীয়া ডেকাজাকে 'গেট' সাজিছে। ৰভাৰ তলত চকীত বহি সনাতন, ৰমাকান্তই বিৰি হুঁপিছে। বৰঘৰৰ পিৰালিত বহি পটেশ্বৰীৰ মাক সুমলাৰ খুৰীয়েকহঁতে সেলেঙি লগাই তামোলৰ পিছত তামোল মুখত ভৰাই ওঁঠ ৰঙা কৰিছে, পিক্ পেলাই পিৰালিৰ চুক লেতেৰা কৰিছে।

'গেট' সাজি থকা বিনন্দহঁতে ৰমেশক ক'লে ঃ যা মাষ্টৰ খুৰাক কৈ গজালকেইটামান লৈ আহ। অ' আৰু শুন বুলি সৰুকৈ ক'লে ঃ দীপদাক কৈ চিগাৰেট দুটামনো আনিবি—কবি ইন্দ্ৰ দাইটিহঁতক লাগে।

ৰমেশে গৈ গজালৰ কথা ক'লে ধীৰেনক, ধীৰেনে গৈ ক'লে ডিম্বেশ্বৰৰ ছোৱালী সুমলীক, সুমলীয়ে গৈ ক'লে নিৰুপমা খুৰীয়েকক। শেষত যেনিবা নিৰুপমাই কামৰ হেঁচাত পাহৰিয়ে থাকিল। বহু সময় হ'ল—আমো নাই ফমূ্টিও নাই। আকৌ পঠালে ৰমেশক। ৰমেশে গৈ এইবাৰ গজাল আনিলে হয়, চিগাৰেটৰ কথা কম কম বুলিও টাউনীয়া ল'ৰা দুটা থকা বাবে দীপাংকক কোৱা নহ'ল।

বৰবিলৰ পাৰৰ বেণ্ডপাৰ্টি কেতিয়াবাই আহিল। কৰ্ণেট, ড্ৰামৰ বাজনা শুনি পিলিঙা ল'ৰা-ছোৱালীৰে ৰভাতলী ভৰ্তি হৈ গ'ল।

'গেট'খনত চুণ দিয়া হ'ল, নীলেৰে 'শুভ-বিবাহ' আৰু 'স্বাগতম্' লিখাও হ'ল। কিন্তু বিনন্দ-ৰমেশহঁতৰ চিগাৰেট খোৱা নহ'ল। বেণ্ডপাৰ্টিৰ মানুহবোৰে বানবাটিত দিয়া গৰম চাহৰপৰা থপিয়াই থপিয়াই সৰু নিমকি মুখত ভৰালে। দুষ্ট ল'ৰাই এই চেগতে ধতুৰা ফুলৰ দৰে পিতলৰ যন্ত্ৰবোৰ হাতেৰে স্পৰ্শ কৰিলে—ড্ৰামটোত কোব মাৰি দৌৰ দিলে।

চিগাৰেট হুঁপি মৌলবীয়ে মাষ্টৰৰ লগত কথা পাতি আছে। ইন্দ্ৰ-জয়কান্তহঁতে পাঁচখেলৰ ৰাইজৰ পিতলৰ ডাঙৰ ডাঙৰ টৌত চিৰা তিয়ালে। ৰাতিপুৱাই মাটিখোৱাৰপৰা ম'হৰ দৈ আনিবলৈ

যোৱা মানুহকেইটাও শিকিয়াত ভাৰ বান্ধি গাখীৰ লৈ উভতি আহিল। প্ৰতাপে কইনা নোৱাৰলৈ অনা কলপুলিটো পুখুৰীৰ পাৰতে থৈ ডিম্বেশ্বৰৰ সৰু-মাজু পুতেকক গাঁত এটা খান্দিব দিলে। এই চেগতে আহি পৰমা মাষ্টৰৰপৰা দুটা বিৰি খুজি লৈ গ'ল। এটা জ্বলাই আনটো কাণত গুজি থলে--পিছত খাব। শৰাইত থকা তামোল এখনো মুখত ভৰাই গ'ল।

ৰভাৰ তলত, ভঁৰাল ঘৰৰ সমুখত চাৰিটা কলপুলি পুতি সৰুকৈ ভেটি বান্ধিলে। ভেটিটোৰ ওপৰত পুৰোহিতে পিঠাগুড়ি, সেন্দুৰ, বেলপাতৰ গুড়িৰে ধুনীয়াকৈ মড়ল তৈয়াৰ কৰিলে। নঙলামুখত কলপুলি দুটা পুতি, তাত খেৰ আৰু কুশ বনৰে পকোৱা জৰীৰ দৰে 'শ্ৰৰমালা' এডালো আঁৰি দিলে। 'শৰমালা'ৰ চাকিত, আমপাতত তেল-সেন্দূৰেৰে ফোঁট দিলে। বেলি উঠি আহিল। গা-পা ধুই পৰমা মাষ্টৰ বিয়াত বহিল। পুৰোহিতে মাষ্টৰকে অপেক্ষা কৰি আছে। কন্যাদান মাষ্টৰে নিজেই কৰিব।

বেণ্ডপাৰ্টিৰ বাজনা, ল'ৰা-ছোৱালীৰ চিঞৰ-বাখৰ, বিৰিৰ ধোঁৱা, তামোলৰ পিক্, চূণৰ দাগ, কলগছৰ টুকুৰা, তামোল-পাণৰ শৰাই, বৰঘৰত গাৱঁৰ জীয়াৰী-বোৱাৰীৰ উখল-মাখল—বিয়া নাম আৰু পুৰোহিতৰ মন্ত্ৰোচ্চাৰণৰ মাজত অমৰ আৰু শান্তনুৱে বহুতো নতুনত্ব বিচাৰি পালে। দীপাংকই বিনন্দ-ৰমেশহঁতৰ লগত মানুহ আহিলে খোৱা-লোৱা কৰিবলৈ দিয়া ঠাই টুকুৰা জ্ঞানদায়িনী পুথিভঁৰালৰ ক'লা স্ক্ৰীনেৰে বেৰি দিলে। বেঞ্চ আৰু ডেস্কবোৰ সজাই দিলে। ক'ত পানীৰ ড্ৰাম থাকিব, পেলাই দিয়া কলৰ 'দোনা' ক'ত পেলাব, ইত্যাদি বিনন্দহঁতক বুজাই দিলে।

বৰঘৰৰ সিটো কোঠাত সাবিত্ৰীয়ে অয়-অলংকাৰ পিন্ধি, নতুন সাজ-পোছাক পিন্ধি উচুপি উচুপি কান্দিলে। ইমানদিনৰ চিনাকি ঘৰ চিনাকি গাৱঁৰ মৰমবোৰ এৰি অচিনাকি হৈ যাব সাবিত্ৰী। '......আইদেউৰ মজিয়াত কোনে উমলিলে কৰ্ছন চৰাইৰে পাখি। আন্ধাৰি মজিয়া পোহৰাই আছিলা, ৰামে লৈ যাব আজি......'

বিয়ানামৰ সুৰ উৰি আহি দীপাংকৰ কাণত পৰিল। মাষ্টৰে শুনিলে। নিৰুপমায়ো শুনিলে—"ৰামে লৈ যাব আজি……।" পুৰোহিতৰ মন্ত্ৰপাঠ, চাকিৰ শলিতা, ফুল-তুলসী, ধূপ-ধূনাৰ গোন্ধৰ মাজতো পৰমা মাষ্টৰে স্পষ্টকৈ দেখিলে সাবিত্ৰীৰ মুখখন।

তুপৰীয়া হ'ল। গাৱঁৰপৰা জাকে জাকে গঞা ৰাইজ আহিল। ডিম্বেশ্বৰহঁতো গা-পা ধুই, নতুন চুৰিয়া-গামোচা লৈ বিয়াঘৰত উপস্থিত হ'ল। মাষ্টৰে মৌলবীক দঢ়াই দঢ়াই কৈছে যাতে মানুহে খোৱা-মেলাত একো অসুবিধা নাপায়। তেওঁ মাত্ৰ দিহা-পৰামৰ্শ দি থাকিলেই হ'ল, কামবোৰ ইন্দ্ৰহঁতে কৰিব।

গাৱঁৰ ৰাইজ আহি পৰমা মাষ্টৰৰ ৰভাতলী, নঙলামুখ ভৰি পৰিছে। পাছ চোতালতো ৰাইজ বহিল। বাঁহৰ খৰাহিত ভৰাই আঘোণা-ইন্দ্ৰহঁতে ভাগে ভাগে পাতত চিৰা দি গ'ল। ৰমাকান্তৰ হতুৱাই মৌলবীয়ে পাছ চোতালত থিয় হৈ থকা মানুহখিনিক এতিয়া ৰভাতলীৰ চকী-বেঞ্চতে বহিবলৈ ক'লে। দুয়োখন চোতাল ভৰ্তি হৈ গৈছে। ঠাইৰ অভাৱত কিছুমান মানুহৰ প্ৰথমবাৰত খোৱা নহ'ব বুলি ভাবি দ্বিতীয়বাৰলৈ অপেক্ষা কৰি ৰভাতলীৰ চকী-বেঞ্চতে বহিল। দুই-এজনে অপ্ৰয়োজনীয়ভাৱে অথচ সুলভ বাবে তামোল খালে, বিৰি হুঁপিলে।

দুয়োখন চোতালতে দৈ, চিৰা দিয়া হৈছিল। কিছুমানৰ পাতত কুঁহিয়াৰৰ পেৰা মিঠৈও পৰিছিল। এনেতে হৰেণ, দিগাম্বৰ, গজেনহঁতে দপ্ দপাই চিঞৰি উঠিল: জাত-পাত, ধৰ্মাধৰ্মৰ বাছ-বিচাৰ নোহোৱা এইখন বিয়াৰ শ্ৰাদ্ধ সিহঁতে নাখায়। লগে লগে সিহঁতৰ সমৰ্থনত কিছুসংখ্যক ধৰ্মভীৰু মানুহো আহি যোগ দিলে। গজেনে পৰমা মাষ্টৰৰ আগত আঙুলি জোকাৰি জোকাৰি স্পষ্ট-ভাৱেই ক'লে—"হিন্দু মানুহৰ বিয়াত মুছলমান মানুহৰ কিহৰ ইমান লৰা-ঢপৰা? দৈ-চিৰা যে পবিত্ৰ হৈ আছে তাৰ কি মানে আছে?" মৌলবী ৰভাতলীৰপৰা গুচি আহি দীপাংকৰ কোঠাত সোমাই ৰ'ল। পৰিস্থিতি উত্তপ্ত হবলৈ নিদি মাষ্টৰে ৰাইজক

কাকুতি-মিনতি কৰি দৈ, চিৰা এফেৰি খাই যাবলৈ অনুৰোধ জনালে। এই সুযোগতে গজেনহঁতে মাষ্টৰ আৰু মৌলবীৰ গাত লগাকৈ আৰু কেইষাৰিমান টান কথা শুনাই দিলে। হৰেণে চিঞৰি ক'লে: অনুৰোধ কৰিলেই নহ'ব, মাষ্টৰ দাইটিয়ে ৰাইজৰ ওচৰত তামোল-পাণৰ শৰাইৰে ক্ষমা খুজিবও লাগিব। মাষ্টৰে বিনা প্ৰতিবাদে ৰাইজৰ আগত আঁঠু লৈ তামোল-পাণৰ শৰাইৰে ক্ষমা বিচাৰিলে। তেতিয়াহে যেনিবা হৰেণহঁতৰ গাত শান্তি আহিল। ঠিক হৈছে, এক গুলীতে দুই পক্ষী চিকাৰ। ৰত্নেশ্বৰ মণ্ডলৰ ঔষধে কাম দিলে। মাষ্টৰ, মৌলবী দুয়োজনে ঠিক অপমান পাইছে বুলি ভাবি হৰেণহঁতে গৰ্ববোধ কৰিলে।

মৌলবীয়ে এক অসহ্য যন্ত্ৰণাত ছট্‌ফটাই নিশ্চুপ হৈ দীপাংকৰ কোঠাত সোমাই ৰ'ল। ইমান মানুহৰ মাজতো মৌলবীৰ নিজকে মৰাসুঁতিৰ পাৰত পৰি ৰোৱা অকলশৰীয়া ভঙা নাওখনৰ দৰে লাগিল। অমৰ আৰু শান্তনুৱে গাৱঁৰ মানুহৰ এই জাতি-ধৰ্মৰ ইমান বাছ-বিচাৰ দেখি আচৰিত হ'ল। লাজ-অপমানত মৌলবীয়ে মনে মনে চকুলো টুকিলে। ৰভাতলীত বহি মাষ্টৰে ভাবিলে— এই ঘটনাৰ গুৰি ক'ত? দীপাংকই আহি মৌলবীক কৈ গ'ল: খুৰাদেউ, আপুনি একো বেজাৰ নকৰিব। ৰত্নেশ্বৰ মণ্ডলৰ দলৰ মানুহ—সিহঁতে সদায় এনেদৰে আমাৰ দোষ খুচৰি ফুৰে।

অপৰাধীৰ দৰে মৌলবীয়ে ক'লে: মই ইয়াৰপৰা যোৱাই ভাল হ'ব নেকি ডাঙৰ বাপু?

: খুৰাদেউ, আপুনি যাব নোৱাৰে। পিতাই মনত দুখ পাব। —দীপাংক আকৌ গুচি গ'ল।

এফালে সমাজৰ নীতি-নিয়ম, আনফালে বন্ধুত্ব-ভাতৃত্ব—এই দুই বিপৰীতমুখী চিন্তাৰ দ্বন্দ্বত মৌলবীয়ে অসহায়বোধ কৰিলে। নিজৰ ভাইৰ দৰে পৰমা মাষ্টৰৰ লগত সম্বন্ধ। এই সম্বন্ধ জানো কেইটামান অসৎ মানুহৰ স্বাৰ্থজড়িত কঠোৰ বাক্যবাণতে শেষ হৈ যাব? পৰাজয়ৰ গ্লানি লৈয়ো অপৰাজেয়ৰ দৰে নিশ্চুপ হৈ

বহি থাকিল। মানুহে ইমান সামান্য কথা এটাক লৈ ব্যস্ত হোৱাৰ বাবে শান্তনুহঁতৰ ভীষণ খং উঠিল। ৰীতি-নীতিৰ নামত গোড়ামি কৰাটো শান্তনুৱে অলপো পছন্দ নকৰে। ইমান জাত-পাতৰ বিচাৰ—তাৰ অসহ্য লাগিল। চহৰৰ বিয়াত হিন্দু-মুছলমান-খৃষ্টান সকলোৱে একেলগে খায়—একো বাধা নাই। ধৰ্মৰ নামত কু-সংস্কাৰ জীয়াই ৰখাৰ প্ৰয়োজন ক'ত? শান্তনুৱে মনে মনে ভাবিলে।

মাক নিৰুপমাৰ লগত কইনাৰ বেশেৰে সাবিত্ৰী সোমাই আহিল মৌলবী থকা কোঠাটোলৈ। আবেগজড়িতভাৱে, চল্‌চলীয়া চকুৰে সাবিত্ৰীয়ে কৈ উঠিল: আপুনি যাব নোৱাৰে মৌলবী খুৰা!

মৌলবীক আকৌ অপমানবোধৰ গ্লানিয়ে স্পৰ্শ কৰিলে। তথাপিতো তাক ঢাকি ৰাখি হাঁহি হাঁহি ক'লে: যা যা আই সাবিত্ৰী, আঁকৰীৰ দৰে তই এইবোৰ কি কৈছ? সিহঁতৰ কথা শুনি মই গুচি যামনে? নিৰুপমায়ো চল্‌চলীয়া চকুৰে মৌলবীক একেই অনুৰোধ জনাই গ'ল।

গজেনহঁতে মৌলবীক উদ্দেশ্য কৰি কোৱা কথাবোৰ মৌলবীয়ে আকৌ জুকিয়াই চালে। গোটেই ঘটনাটো কেনেকৈ চকুৰ পচাৰতে হৈ গ'ল। বেদনাদায়ক স্মৃতি এটাকে আকৌ ৰোমন্থন কৰিলে। মাষ্টৰেও বিয়া খাই দিহাদিহি গঞা ৰাইজ ঘৰলৈ যোৱাত, ৰভাৰ তলতে বহি ডুপৰীয়াৰ ঘটনাটোকে চিন্তা কৰি আছিল। গাৱঁৰ কিমান বিয়া গ'ল। শ্ৰাদ্ধৰ সময়ত হিন্দু-মুছলমানে একেলগে বহি নাখালেও গধূলি তেনেকুৱা জাত-পাতৰ বাছ-বিচাৰ নহয়। মাষ্টৰৰ ভালদৰে মনত আছে, মণ্ডলৰ মাজু জীয়েক সুৰঞ্জনাৰ বিয়াত, সন্ধিয়া বছিৰ মহাজন, গফুৰহঁতৰ লগত বহি একেলগে জলপান খোৱাৰ কথা। হৰেণৰ ডাঙৰ ককায়েক বিপিনো আছিল সিহঁতৰ লগত। মনমোহন, ভুবন, হিৰণহঁতে নিজে জিলাপি আৰু দৈ-চিৰা দিছিল। এনেতে বৰঘৰৰ ভিতৰৰপৰা কোনোবাই মাতিলে: কইনাৰ পিতাক এইফালে আহিব লাগে।

জয়কান্ত, ইন্দ্র, প্ৰতাপহঁতে এতিয়াহে গম পালে আচল কথাৰ গুৰি ক'ত ? সকলোৰে মূল এই ৰত্নেশ্বৰ মণ্ডল। 'মৌলবী খুৰাই হাতেৰে একো বস্তু ছুই পোৱা নাই, তাতে সিহঁতৰ বৰ বৰ কথা। জানকীৰ বিচাৰৰ সময়ৰ কথা পাহৰি গলি নেকি চালাহঁত ! পিটি আকেন্দেৰি কৰি দিম'—বুলি দপ্‌দপাই থকা প্ৰতাপহঁতক দেখি মাষ্টৰে ক'লে : যা যা, তহঁতে এতিয়া এইবোৰ আলোচনা কৰি থাকিব নালাগে। নতুনকৈ আহিবলগীয়া মানুহখিনিৰ খোৱা-বোৱাৰ ব্যৱস্থাহে কৰিব লাগে।

আঘোণাৰ হাতত বিৰি ছমুঠি আৰু জুইশলাৰ বাহ এটি দি 'বেগুপাৰ্টিৰ মানুহক দিবি' বুলি পৰমা মাষ্টৰে দীপাংকৰ কোঠালিলৈ আহি মৌলবীক চাই গ'ল। চকুৱে চকুৱে পৰাত কোনেও একো ক'ব নোৱাৰিলে। তুযোৰ বাষ্পাকুল চকু যেন অপৰাধবোধৰ গ্লানিৰে প্ৰত্যেকেই পীড়িত।

দৰা আহিল। বকুলগুৰিৰ বাঁহতল হিলৈ আতচ্‌বাজীৰ জুইৰে পোহৰ হ'ল, মুখৰ হ'ল। হোমৰ জুই জ্বলিল। অগ্নিক সাক্ষী কৰি, হোমক সাক্ষী কৰি গোপাল সাবিত্ৰীৰ স্বামী হ'ল। সাবিত্ৰী গোপালৰ স্ত্ৰী বুলি সামাজিক স্বীকৃতি পালে। ৰাইজে আশীৰ্বাদ কৰিলে।

ভাল-বেয়াৰ মাজেৰে বিয়া শেষ হ'ল। পুৱতি নিশাতে কুঁৱলীৰে সেমেকা গাৱঁৰ কেঁচা আলিবাটেদি গৰুৰ গাড়ীত উঠি ৰামপুৰৰ বোৱাৰী হৈ সাবিত্ৰী গুচি গ'ল। যোৱাৰ সময়ত মাকৰ গলত ধৰি, বান্ধৱীক সাৰটি ধৰি হিয়া ভুকুৰাই কান্দিলে। মাষ্টৰৰ দুভৰি চকুলোৰে তিয়াই তাই গুচি গ'ল। নিৰুপমাই পাৰেমানে কান্দিলে। মাষ্টৰেও কোনেও নেদেখাকৈ চকুপানী টুকিলে। তেতিয়াও সাবিত্ৰী উঠি যোৱা গৰুৰ গাড়ীৰ টিলিঙাৰ শব্দটো বৈ বৈ বতাহত উৰি আহিছিল।

ইমান মানুহ থকা সত্বেও মাষ্টৰৰ শূন্য শূন্য লাগিল। দীপাংকৰো।

······আগেয়ে ককাইদেউ, কৈ ফুৰিছিলা আইদেউ ক'ৰবাত খায়।
এতিয়া ককাইদেউ, চোৱা মনে কৰি, ৰৰঘৰ শুদা হৈ যায়॥

ৰৰঘৰ সুদা কৰি সাবিত্ৰী গুচি গ'ল। বিচ্ছেদৰ বেদনাৰে হৃদয় দগ্ধ হ'ল। গভীৰ শূন্যতাৰ মাজত পৰমা মাষ্টৰৰ ৰাতিপুৱাৰ উখল-মাখল ৰভাতলী নিজান হৈ শুই পৰিল। চোতালত বিশৃংখল হৈ পৰি ৰ'ল ফুল-তুলসী, কলগছৰ টুকুৰা। পুখুৰীৰ পাৰত পেলাই দিয়া বস্তুখিনিক লৈ কুকুৰকেইটাই খেংখেঙাই কাজিয়া কৰিছে। দুপৰীয়াৰ গোটেই ঘটনাটো মাষ্টৰে আকৌ এবাৰ জুকিয়াই চালে।

সেন্দুৰ, পিঠাগুড়ি, বেলপাতৰ গুৰিৰে—পুৰোহিতে সজা মণ্ডলটো ঘেৰি থকা কলপুলি চাৰিটাৰ কাষত তেতিয়াও ঘিউৰ বন্তিগছি জ্বলিয়ে আছিল। স্ত্ৰী নিৰুপমাৰ উচুপনিৰ দৰে, কইনা ধুৰাওঁতে নিৰুপমাৰ হাতত লাগি থকা মাহ-হালধিৰ গোন্ধটোৰ দৰে!

## দহ

সাবিত্ৰীৰ বিয়াৰ পিছৰপৰাই পৰমা মাষ্টৰৰ আজি কি পানী লগা জ্বৰ, কালি কি কঁকালৰ বিষ—কিবা নহয় কিবা এটা আছেই। নিমাওমাও পৰিবেশ। দিনটো নিৰুপমাই অকলে ঘৰতে থাকে। নিঃসংগ সময়খিনি নিৰুপমাৰ বৰ অসহ্য লাগে। সাবিত্ৰীৰ কথা মনত পৰে, দীপাংকৰ অনুপস্থিতি অনুভৱ কৰে। মাজে সময়ে আঘোণাৰ ঘৈণীয়েক আহে, ইন্দ্ৰৰ বোৱাৰী সুমলা আহে। সুখ-দুখৰ কথা পাতে।

আজিকালি পৰমা মাষ্টৰে আগৰ দৰে নেওঁতা মাতিব নোৱাৰিলে, মৌখিকৰ উত্তৰ অশুদ্ধ হ'লে, পঢ়া মাতিব নোৱাৰিলে একো শাস্তি নিদিয়ে। উদাস উদাসভাৱে চকীখনত বহি থাকে। বেছি চিঞৰ-বাখৰ হ'লে কয়ঃ গণ্ডগোল নকৰিবি। সিদিনাও সাতৰ ভাগ পূৰণৰ নেওঁতা মাতিবলৈ দি অন্যমনস্ক হৈ সাবিত্ৰীৰ কথা চিন্তা কৰি আছিল: বিয়াৰ ইমান ধাৰ কেনেকৈ পৰিশোধ কৰিব? তাইৰ বৰ কষ্ট হৈছে। ইমানবোৰ মানুহৰ খোৱা-লোৱাৰ দায়িত্ব—তাতে বৃদ্ধ শহুৰ-শাহুৰেকৰ আলপৈচান। সাবিত্ৰীৰ বিয়া—গজেনহঁতৰ দপ্‌দপনি—মৌলবীৰ অপমান—মণ্ডলৰ চক্ৰান্ত—প্ৰতিশোধ—অপদস্থ।—নেওঁতা মতা শেষ হোৱাৰ বহু সময় পিছতো ল'ৰাজন থিয় হৈ আছে।—অ' তোৰ নেওঁতা মতা হ'ল নেকি?

ঃ হয় ছাৰ!

ঃ বহ।

মাজে মাজে অসংলগ্ন চিন্তাই, হতাশ ভাবে পৰমা মাষ্টৰক কষ্ট দিয়ে। মনটো কিবাচোন আজিকালি শূন্য শূন্য লাগে।

দীপাংকৰপৰা চিঠি-পত্ৰ নিয়মিতভাৱে পাই আছিল। মাষ্টৰেও সময়মতে টকা-পইচা, খবৰ-পাতি জনাই আছিল। সেইদিনা অলপতে দীপাংকৰপৰা চিঠি আহিল—তাৰ হেনো এটা চুৰেটাৰৰ দৰকাৰ।

পাৰিলে এইটো মাহত অলপ যেন বেছিকৈ পঠাই দিয়ে। মাষ্টৰে চুৰেটাৰৰ বাবেও টকা পঠালে যদিও লগতে দীপাংকলৈ লিখিলে: তই এতিয়া ডাঙৰ হৈছ। অধেমধে পইচা খৰচ নকৰিবি! সাবিত্ৰীৰ বিয়াৰ বাকীও পৰিশোধ কৰিবলৈ আছে। এইবাৰ খেতি-বাতিও ভাল নহ'ল। মোৰো আজিকালি অসুখ-বিসুখ হৈ থাকে………

দেউতাকৰপৰা চিঠিখন পাই দীপাংক কিছু হতাশ হ'ল। অসুখৰ খবৰে তাক চিন্তিত কৰিলে। সাবিত্ৰীহঁতৰপৰাও চিঠি পাইছিল—দুয়োজনে তাক আৰু তাৰ বন্ধু দুজনক লৈ যাব দিছে এৰাতিমান থকাকৈ। সি অৱশ্যে বিয়াৰ পিছত অকলে দুবাৰো ভনী-জোঁৱায়েকৰ ঘৰলৈ গৈছে। কথাই-বতৰাই মানুহ ঘৰ ভাল। কিন্তু ইমানবোৰ মানুহৰ ভৰণ-পোষণৰ দায়িত্ব ভনী-জোঁৱায়েক গোপালৰ ওপৰত। ভায়েককেইটা স্কুল-কলেজত পঢ়ি আছে। গাভৰু ভনীয়েক দুজনীও বিয়া দিব লগা হৈ আছে। সি সাবিত্ৰীলৈ চিঠি লিখিলে: এতিয়া সিহঁতৰ 'কলেজ উইক' চলি আছে। তাৰ পিছতে যাব বৰদিনৰ বন্ধত। অমৰ আৰু শান্তনুকো লৈ যাব, দেউতাকৰ অসুখৰো খবৰ লৈ আহিব। মাষ্টৰলৈও চিঠি দিলে দীপাংকই।

অমৰ, শান্তনু, দীপাংক, জাহ্নবী, অৰুণিমাহঁতে কৰা, অমৰে লিখা 'সন্ধান' নামৰ একাংকিকাখনে প্ৰতিযোগিতাত শ্ৰেষ্ঠ দল ৰূপে স্বীকৃতি পালে। শান্তনু শ্ৰেষ্ঠ অভিনেতা, অৰুণিমা শ্ৰেষ্ঠা অভিনেত্ৰী। মহাবিদ্যালয় সপ্তাহৰ এই খেল-ধেমালি, প্ৰতিযোগিতা এই সকলোবিলাকতে দীপাংকই এক নতুনত্বৰ সোৱাদ বিচাৰি পালে। যিটো অভিজ্ঞতাৰ সোৱাদ এই চহৰৰপৰা সাতচল্লিশ মাইল দূৰৈৰ বকুলগুৰি গাৱঁত সি বিচাৰি পোৱা নাছিল।

প্ৰথমবাৰৰ বাবে জীৱনত দীপাংকই স্বৰচিত কবিতা আবৃত্তি প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিলে। মাইকত ঘোষকে ঘোষণা কৰিলে: এইবাৰ স্বৰচিত কবিতা আবৃত্তি প্ৰতিযোগিতাৰ প্ৰতিযোগী

দীপাংক কাকতি ।—ভয় আৰু শংকাৰে উঠি গৈছিল দীপাংক মঞ্চলৈ। সমুখত তাৰ স্বীকাৰ। কঁপা কঁপা হাতেৰে উলিয়াই ললে কবিতাটো—'শূন্যতাৰ গান'

বন্ধু মোৰ,
বন্ধ্যা বাসনাৰ ভগ্ন বন্দৰত
চিনাকি জাহাজৰ উকি শুনি
মই উভতি চোৱা নাই;
চোৱা নাই, চিমনিৰ ধোঁৱাখিনি যদি
কুঁৱলীৰ সতে মিলি সৰি ৰয়
এটোপাল নিয়ঁৰ হৈ সাগৰ তীৰত।
স্মৃতিৰ এজাক বতাহ যদি বৈ আহে
বুকু ভগা বেদনাৰ নীলা নীলা
ফুল ছটিয়াই—
মই বন্ধু চোৱা নাই
ভীত দৃষ্টিত মোৰ সৃষ্টি নাশৰ
অন্ধকাৰ—সাপৰ দৰে নগ্ন।
ফেনীল সাগৰৰ বুকুত জোন
গলি গলি মিলি যায় কুঁৱলীৰ সতে।
মই মাথোঁ গুচি যাওঁ—

(পিছৰপৰা চিঞৰিলে: কিয় গুচি যাব? নাযাবি, অই দীপাংক ফুট্)

কুঁৱলী আৰু অন্ধকাৰৰ
কাঁইটীয়া বন গছকি গছকি—
গুচি যাওঁ—'নিঃসংগতাৰ কাৰাগাৰলৈ'।
স্মৃতিৰ সৰাপাতৰ সুৰভি লৈ
জীৱন আহিল মোৰ বাবে
এনিশাৰ যৌৱন অতিক্ৰমি
ভুলৰ বৈতৰণীৰ উপকণ্ঠেৰে—

জীৱনক কিবা এক দিয়াৰ
প্ৰতিশ্ৰুতিৰে—
মোৰ অনাকাঙ্ক্ষিত মৃত্যুৰ
সোণালী সাঁকোৰে ।

হাত-চাপৰিৰ শব্দ । মঞ্চৰপৰা নামি আহিল দীপাংক । বিচাৰক-মণ্ডলীৰ আসনত বহি থকা দত্ত বাইদেউ আৰু চলিহা ছাৰৰ হাতত —কবিতাটোৰ প্ৰতিলিপি দি দিলে । লাজত, কিবা ভুল হৈ যোৱাৰ আক্ষেপত তাৰ মুখত বিন্দু বিন্দু ঘাম জমা হৈছিল ।

কবিতা আবৃত্তিত দীপাংকই প্ৰথম পুৰস্কাৰ পালে । গল্প, কবিতা আৰু অন্যান্য প্ৰতিযোগিতাৰ লগতে সি 'ৱাটাৰ কালাৰ' আৰু 'অইল পেইন্টিঙ'তো দ্বিতীয় পুৰস্কাৰ পালে । শান্তনুৱে দীপাংকক উৎসাহ দিলে যদিও লগতে ক'লে: কবিতা তই ভাল লিখিছ, পিছে এনেদৰে পলায়নবাদী মনোবৃত্তিৰে জীৱনবিমুখ, আত্মকেন্দ্ৰিক কবিতা লিখিলে কি হ'ব ! এতিয়া আমি জীৱন সংগ্ৰামৰ কথা লিখিব লাগিব । জনসাধাৰণৰ প্ৰাত্যাহিক জীৱনৰ দুখ-দৈন্যক লৈ, দ্বন্দ্বক লৈ বাস্তৱধৰ্মী সাহিত্য ৰচনা কৰিব লাগিব ;—ভালদৰে বুজি নাপাই মূৰ দুপিয়াই মাথোঁ দীপাংকই শলাগি গ'ল । ইংৰাজী সাহিত্যত অনার্ছ লোৱা শান্তনুৰ কথা সেইদিনা দীপাংকই বুজা নাছিল ।

টেষ্ট্ পৰীক্ষালৈ ডেৰমাহমান থাকোঁতে এদিন দীপাংকই অমৰৰ সৈতে দেউতাকৰ অসুখৰ খবৰ লৈ আহিল । লগতে সাবিত্ৰীহঁতৰ ৰামপুৰৰ ঘৰতো এৰাতি থাকি আহিল । কলেজলৈ অহিও দীপাংকৰ মন নবহা হ'ল । পিতাকৰ অসুখটোৱে তাক চিন্তিত কৰি তুলিলে । নানা চিন্তা আৰু বিশৃঙ্খলতাৰ মাজেদি দীপাংকই টেষ্ট্ দিলে । পাছ হ'ল । ফাইনেলৰ বাবেও ফৰ্ম ফিল-আপ্ কৰিলে । সি ভাবিলে ঘৰলৈ গ'লে পঢ়াশুনা নহয় । গতিকে ইয়াতে থাকিয়ে

সি পঢ়িব। ছুই-এটা বুজি নোপোৱা কথা সি শান্তনুৰপৰাও বুজি লব পাৰে। মাৰ্চ মাহৰ সাতাইশ তাৰিখৰপৰা তাৰ পৰীক্ষা। আজি জানুৱাৰীৰ উনৈশ তাৰিখ। কিমান দিননো আছে!

পিতাকৰপৰা সচৰাচৰ মাহৰ প্ৰথম সপ্তাহৰ শেষত, নহ'লে দ্বিতীয় সপ্তাহৰ আগভাগত টকা আহে। এইবাৰচোন একো খবৰ-বাতৰি নাই। কিজানি পিতাকৰ অসুখ-বিসুখেই হ'ল। এই সপ্তাহো সি বাট চাব, যদি একো খবৰ নাপায় তেনেহ'লে সি নিজেই ঘৰলৈ যাব। নানা দুশ্চিন্তাই দীপাংকক ব্যাকুল কৰিলে।

কলেজ লাইব্ৰেৰীৰপৰা কিতাপকেইখনমান লৈ মেছলৈ উভতি আহোঁতে সি দেখা পালে-- চিনেমা হলৰ কাষৰ পুলিচ পইণ্টত সেইটো ইন্দ্ৰ দাইটি নহয়নে? চাৰিওফালে অনুসন্ধানী দৃষ্টিৰে ইন্দ্ৰ দাইটিয়ে কাক বিচাৰিছে? কি বিচাৰিছে? ওচৰৰ মটৰ ষ্টেণ্ডৰ হৈ-হাল্লা, গাড়ীৰ হৰ্ণ--তাৰ বৰ অসহ্য লাগিল। সি চিঞৰিলে 'ইন্দ্ৰ দাইটি'। এবাৰ—দুবাৰ—নাই নুশুনিলে। ইমান গণ্ডগোলত ক'ত শুনিব! নগৰৰ এই বিলাস, ব্যস্ততাখিনিকো ইন্দ্ৰ দাইটিয়ে উপভোগ কৰিব পৰা নাই। 'ইন্দ্ৰ দাইটি'- দীপাংকৰ এই মাতত চক্ খোৱা মানুহৰ দৰে ইন্দ্ৰই থত্ মত্ খালে।

ঃ মই তোক বিচাৰি বিচাৰি হাবাথুৰি খালোঁ। মেছত গৈয়ো দেখোঁ তলা মৰা --ভাবিলোঁ ঘৰত গলি নেকি? সেই যে শিঙিমাৰিৰ ল'ৰাটো—কি নাম আছিল? তাৰো দেখোন দেখাদেখিয়েই নাই! ইন্দ্ৰই ক'লে।

ঃ অ' যোগেনৰ কথা কৈছা, টেষ্ট্ দি সি ঘৰলৈ গ'ল। মই এতিয়া অকলে। বাৰু ইন্দ্ৰ দাইটি, ঘৰৰ খবৰ ভালনে? তুমি ক'লৈ আহিছিলা?

ঃ ঘৰৰ খবৰ ভালেই; পিছে এটা কথা হ'ল, মাষ্টৰ ককাই-দেউৰ অলপ অসুখ। পৰহি গধূলি পুখুৰীৰ পাৰত পিচলি পৰি বাওঁ ভৰিখনৰ তত্ভত্ নাই। আঁহতগুৰিৰ ইছলাম ডাক্তৰক নি দেখুৱালোঁ। এখন কাগজ লিখি দিছে। কিবা হেনো

ইনজেক্‌চন দিব লাগিব। তোৰ যদি একো অসুবিধা নহয় ঘৰলৈ গ'লে ভাল হয়।

ঃ পিতাৰ একো হোৱা নাইতো ইন্দ্ৰ দাইটি? মই ঘৰলৈ যাম।

ঃ তই ইমান অধৈৰ্য্য হ'ব নালাগে, পিচলি পৰি কিবা শিৰ-চিৰ লৰিছে। অলপ আঘাতো পাইছে, ঔষধ খালে ভাল হ'ব। তেতিয়াহে দীপাংকৰ মনটো শান্ত হ'ল। "চাওঁ দাইটি, ডাক্তৰে কি ইনজেক্‌চন নিব দিছে?"

ইন্দ্ৰকান্তই কপাহী কাপোৰৰ চোলাটোৰ জেপৰপৰা আলফুলে শ টকীয়া নোটখনৰ দৰে ভাজ খুউৱা কাগজ খিলা উলিয়াই দিলে। দীপাংকই খুলি চালে—

For

P. Kakati. Age 48 yrs.

Ry

(1) NEUROBION INJ—7

1 ample 9/M every alternate days.

(2) Placidox—2 (10) tab.

1 tab at bed time.

Advice : Rest for 1 month.

তলত ডাক্তৰৰ অস্পষ্ট চহীৰে সৈতে তাৰিখ দিয়া আছে। তেইশ জানুৱাৰী। কি অসুখ বাৰু? টান নৰিয়া নহয়তো?

জেপৰপৰা ইন্দ্ৰই মাষ্টৰণী বৌৱেকে দিয়া টকাকেইটাও দীপাংকক দি ক'লে ঃ ব'ল এতিয়া, ঔষধ কিনি সোনকালে যাবহে লাগে। দীপাংকই বেগাবেগিকৈ 'ভূঞা মেডিকেল ষ্টোৰ'লৈ খোজ দিলে। পাছে পাছে ইন্দ্ৰ দাইটি। ইন্দ্ৰৰ মনটো এতিয়াহে কিছু পাতল লাগিল। চাহৰ দোকানত, ৰাস্তাৰ কাষৰ পকী দেৱালত আঁৰি দিয়া প্ৰকাণ্ড প্ৰকাণ্ড চিনেমাৰ পোষ্টাৰবোৰলৈ চাই চাই ইন্দ্ৰ গৈ

থাকিল। এটা বিৰি জ্বলাই ললে। গাৰ এৰিয়া চাদৰখনো অলপ পৰিপাটিকৈ ল'লে।

ইনজেক্‌চন আৰু ঔষধ-পাতি লৈ ইন্দ্ৰ দদায়েকৰ সৈতে দীপাংকও ঘৰলৈ আহিল। সন্ধিয়া পাঁচ বজামানত আঁহতগুৰি পালে। আহোঁতে ডাক্তৰ ইছলামৰো খবৰ লৈ আহিল। নাই, বগৰিগুৰিলৈ হেনো ৰোগী চাব গৈছে। কেতিয়া উভতি আহে ঠিক নাই। ওৰে বাটে দীপাংকই ইন্দ্ৰক কৰা প্ৰশ্নকে আকৌ কৰিলে: পিতা ভালে আছেনে নাই, খোৱা-লোৱা ঠিকমতে কৰি আছেনে? ইত্যাদি। কুঁৰলী আৰু চেঁচা বতাহৰ মাজেদি সিহঁতে বেগাবেগিকৈ খোজ দিলে। দূৰৈৰ অনুজ্জ্বল ম্লান পোহৰৰ ৰেখা আৰু শিয়ালৰ 'হোৱা'ই, জিলিৰ মাতে নিৰ্জনতাক গভীৰ কৰিলে।

ঘৰ পায়ে দীপাংকই পিতাকৰ বিচনাৰ ওচৰলৈ গ'ল। জড়তা ভৰা কণ্ঠেৰে মাষ্টৰে ক'লে: তই আহিলি দীপ? ইন্দ্ৰ ক'ত?

: ইন্দ্ৰ দাইটিও আহিছে। তুমি এতিয়া কেনে পাইছা পিতা?

: নকবি অ' বোপাই, বাওঁফালটোৰ একো তত্‌ভত্‌ নাই। কঁকালখনৰো বিষ। কেঁকাই কেঁকাই উত্তৰ দিলে মাষ্টৰে।

: ঔষধ-পাতি ঠিকমতে খোৱা হৈছে জানো?

: খাই আছোঁ, অলপ অলপ ভাল পাইছোঁ। ডাক্তৰে কৈছে ইনজেক্‌চনটোৰেহে বোলে আচল কাম কৰিব।

বিচনাৰ এমূৰত মাক বৈ আছিল। মৌন, বিষণ্ণ মাকৰ মুখ-খনলৈ চাই বৃথাভাৱে হাঁহিবলৈ চেষ্টা কৰাৰ দৰে দীপাংকই মাকক ক'লে: যোৱাঁ আই, খোজকাঢ়ি আহি ভাগৰ লাগিছে। চাহ-জলপানকে অলপ আমাক দিয়া। ইন্দ্ৰ দাইটিৰো ভাগৰ লাগিছে।

: সকলোবোৰ ঔষধ-পাতি জানো পাইছ? উৎকণ্ঠাৰে সুধি পেলালে নিকপমাই।

ঃঅঁ পাইছো আই। তুমি ইমান চিন্তা কৰিব নালাগে। ডাক্তৰক কালি ৰাতিপুৱাই আহিবলৈ খবৰ কৈ আহিছোঁ। প্ৰয়োজন হ'লে ইন্দ্ৰ দাইটি ৰাতিপুৱা আকৌ ডাক্তৰৰ তালৈ যাব।

ঃ জানো ঈশ্বৰে কি কৰে— বুলি হুমুনিয়াহ কাঢ়ি মাক জুহালৰ ওচৰলৈ গ'ল।

দপ্‌দপাই শুকান বাঁহৰ জুই জ্বলিল। নিৰুপমাই চাহৰ টেকেলিত পানী অলপ বেছিকৈ দিলে। গৰম পানীৰে গিৰিয়েকৰ হাত-ভৰিবোৰ ধুৱাই দিব লাগিব।

দীপাংকই অনা বিস্কুটেৰে সিহঁতক চাহ দিলে। গিৰিয়েকক টাউনৰপৰা অনা আপেল এটি কাটি দিলে। অলপ পিছতে গাখীৰ এগিলাচো গৰম কৰি দি গ'ল। দীপাংকই নিজে যতন কৰি পিতাকক সেইবোৰ খুৱালে।

গিৰিয়েকক গৰম পানীৰে হাত-ভৰি ধুৱাই দি গৰম নহকৰ তেলেৰে গোটেই গাটো মালিচ কৰি দিলে। এক তৃপ্তিত, ক্ষণিক আমেজত মাষ্টৰে চকু দুটা মুদি দিবলৈ চেষ্টা কৰিলে। নিৰুপমাৰ প্ৰতি, দীপাংকৰ প্ৰতি, ইন্দ্ৰৰ প্ৰতি কৃতজ্ঞতাই মাষ্টৰৰ মন ভৰাই তুলিলে। চকুৰ কোণেদি এটোপাল চকুলো কোনো বাধা নমনাকৈ বৈ আহিল। মাষ্টৰ সঁচাকৈয়ে যেন অসহায়। মৌলবী, ৰমাকান্ত, মুকুল, কৰিম, ডিম্বেশ্বৰ আদিয়ে গাওঁখনত পুৱাই গধূলিয়ে একোবাৰ খবৰ লৈ গৈছে। গাৱঁৰ ডেকা ল'ৰাকেইজনো খবৰ লবলৈ আহিছিল। পৰমা মাষ্টৰে সিহঁতক এদিন 'ক' পঢ়ুৱাইছিল। গাৱঁৰ মানুহৰ এই মৰম-চেনেহত মাষ্টৰ আপ্লুত হ'ল। তেওঁৰ অসহায়তাৰ সুযোগ লৈ গাৱঁৰ মানুহে পুতৌ কৰা নাইতো? অপ্ৰয়োজনীয় আবেগ বিহ্বল চিন্তাই পৰমা মাষ্টৰক বিচলিত কৰি তুলিলে।

ডাক্তৰ আহিল। দুসপ্তাহজুৰি চিকিৎসা চলিল। ঔষধ, ইনজেক্‌চন, টেবলেট্‌ নিয়ম আৰু সময় মতে দিয়া হ'ল। নিৰুপমাৰ উদ্বিগ্নতাক, দীপাংকৰ আশংকাক শান্ত কৰি পৰমা মাষ্টৰ জীয়াই থাকিল।

মাষ্টৰৰ মৃত্যু নহ'ল। কিন্তু মৃত্যুতকৈয়ো ভীষণ দুখ আৰু যন্ত্ৰণা ভোগ কৰি দীপাংক, নিৰুপমাৰ মনত আঘাত দি মাষ্টৰ জীয়াই থাকিল পঙ্গু হৈ, ঘৃণীয়া হৈ। মাষ্টৰৰ পেৰালাইছিছ হ'ল। নিৰুপমাই কান্দিলে। সন্তানসন্ততিৰা সাবিত্ৰীয়ে পিতাকৰ এই নিদাৰুণ বাতৰি শুনিও আহিব নোৱাৰিলে। গিৰিয়েক গোপালে খবৰ লৈ গ'ল। অইন দহজন মানুহৰ দৰে খবৰ ল'লে। নিষ্ফল সান্ত্বনা দিলে। নিৰুপমাৰ চকুলোৰে সেমেকা চকুযুৰি দেখিলে। দীপাংকৰ নিষ্প্ৰাণ, মৌন বিষণ্ণতাক উপলব্ধি কৰিলে। সান্ত্বনা দিয়াৰ সাহসকণো গোপালে হেৰুৱাই পেলালে।

মাষ্টৰৰ এই অৱস্থা দেখি মৌলবীয়ে হাত এখন হেৰাই যোৱাৰ দৰে বেদনা অনুভৱ কৰিলে। ডিম্বেশ্বৰ, আঘোণা, ইন্দ্ৰ, কৰিমহঁতে অসহায়বোধ কৰিলে। মাষ্টৰ ককাইদেউৰ এই খবৰে কষ্ট দিলে। সোণাখাইতীৰ ঘাটত যেন এটা গৰা খহি প্ৰচণ্ড জোৰেৰে পানীত আচাৰ খাই পৰিল।

মৌলবী খুৰাকৰ আশ্বাস, পঙ্গু পিতাকৰ অনুৰোধ এৰাব নোৱাৰি দীপাংক আকৌ চহৰলৈ গুচি আহিল। যি কোনো প্ৰকাৰে সি ফাইনেলটো দিব লাগে। এমাহতকৈয়ো কম সময় আছে। মৌলবী খুৰাকক, ইন্দ্ৰ দাইটিক, আঘোণা খুৰাকক আহিবৰ সময়ত কৈ আহিল ঘৰখন চাবলৈ দেউতাকক চাবলৈ। মাকৰ কৰুণ মুখ, পেংবাৰিডাল সোঁহাতত লৈ অসহায় বিষণ্ণতাত স্থবিৰ হৈ থকা দেউতাকৰ মুখখনলৈ যিমান পাৰে সিমান সোনকালে চাই ওচৰতে ৰৈ থকা মৌলবী খুৰাকক উদ্দেশ্য কৰি ক'লেঃ মই আহিলোঁ খুৰা। আহিলোঁ পিতাই। 'যা বোপা' বুলি মাষ্টৰ, মৌলবী দুয়ো একেলগে ক'লে। আঁঠোতে মাকক সেৱা কৰি আহিল। শূন্য উদাস দৃষ্টিৰে নিৰুপমাই যিমান দূৰলৈ পাৰে সিমান দূৰলৈ দীপাংক যোৱালৈ চাই থাকিল। মাছ বিচাৰি নাপাই নদীৰ পাৰৰপৰা উৰি অহা গঙাচিলনী দুটাই পুখুৰীৰ পাৰৰ নঙঠা গছৰ ডালত পৰি তেতিয়া চিঞৰি আছিল।

## এঘাৰ

বহাগ বিহুৰ আগে আগে দীপাংকৰ পৰীক্ষা শেষ হ'ল। পৰীক্ষা তাৰ ভাল নহ'ল। দুশ্চিন্তা আৰু মানসিক অশান্তিৰ বাবে সি ভালদৰে পঢ়া-শুনা কৰিব নোৱাৰিলে।

শূন্য, ৰিক্ত মন এটি লৈ গাৱঁলৈ উভতি আহিল। আগতে চহৰৰপৰা গাৱঁৰ ঘৰলৈ আহোঁতে যি আনন্দ সি অনুভৱ কৰিছিল সেই আনন্দ এইবাৰ অনুভৱ কৰিব নোৱাৰিলে। দেউতাকেতো আগৰ দৰে আৰু স্কুললৈ গৈ ল'ৰা পঢ়ুৱাব নোৱাৰে! মৌখিক, নেওঁতা, ভূগোলৰ সংজ্ঞাও সুধিব নোৱাৰে। পেংবাৰিত ভৰ দি হয়তো নঙলামুখত বৈ স্কুললৈ যোৱা ল'ৰা-ছোৱালীবোৰক চাই থাকিব। সাবিত্ৰীৰ হেনো এটা কেঁচুৱা হৈছে। তাক এবাৰ চাব পৰা হ'লে!

আৰ্থিক অনাটন আৰু দৰিদ্ৰতা যেন লাহে লাহে মাষ্টৰৰ ঘৰলৈ সোমাই আহিল। পৰমা মাষ্টৰে আগৰ দৰে পথাৰলৈ যাব নোৱাৰে, খেতিৰ অৱস্থাও পৰি আহিছে। চহৰৰপৰা উভতি আহিয়েই দীপাংকই ঘৰখনৰ এই নিমাওমাও পৰিবেশটোৰ মুখা-মুখি হ'ল। মাকৰ মূৰৰ চুলিখিনি মুখ-মণ্ডলৰ বিষণ্ণতাৰ লগত মিলি গৈছে। হতাশাত, বেদনাত পিতাকো নৈৰ পাৰৰ মৰা নল-খাগৰিৰ দৰে দিনে দিনে শুকাই গৈছে, সৰা শিমলু ফুলৰ দৰে যেন ক'লা পৰি লেৰেলি যাব ওলাইছে।

প্ৰতিবছৰে অহাৰ দৰে বছৰেকৰ মূৰত আকৌ বহাগৰ বিহুটো আহিল। আগৰ দৰে উৎসাহ নাই, প্ৰাণ নাই। মাকে অনিচ্ছা-সত্ত্বেও তাঁতশালত কেইখনমান গামোচা লগাইছিল। পিতাক, ভনী-জোঁৱায়েক, তাৰ বাবে আৰু অইন বছৰৰ দৰে মৌলবী, আম্বোণা, ইন্দ্ৰ দাইটিহঁতৰ বাবে একোখন গামোচা লগালে। ৰঙা আঁচুৰ ফুলাম গামোচাৰ সলনি মাকে এইবাৰ কলপতীয়া ৰঙেৰে

আঁচু দিছে। ফুলো নাই। উকা। কিয় জানো নিৰুপমাৰ ইমান দিনে ভাল লাগি অহা ৰঙা ৰঙটো এইবাৰ ভাল নালাগিল!

দীপাংকই ৰাতিপুৱাই গৈ ইন্দ্ৰ দাইটিৰপৰা গৰুকেইটাৰ বাবে লাউ-বেঙেনা আৰু দীঘলতিৰ পাত লৈ আহিল। হওক তেও, গৰু দুটা আছে। লাউ-বেঙেনাৰে সি মালাও দুডাল গাঁঠিলে। মাক নিৰুপমাই ৰাতিপুৱাই উঠি মাহ-হালধি আমৰ কলিৰে সৈতে বটি মিঠাতেল মিহলাই কাজলী গাইজনীৰ শিঙৰ গুৰিত, ঠেঙৰ খুৰাত ঘঁহি দিলে। চট্ফটীয়া দমৰা পোৱালিটোক দীপাংকই নিজেই মাহ-হালধি ঘঁহি, তেল দি মৰাস্‌সুঁতিৰ পাৰলৈ লৈ গ'ল। দীঘলতি, মাখিয়তী পাত, লাউ-বেঙেনাৰ মালা, নতুন মৰাপাটৰ পঘাৰে সৈতে গৰুকেইটাক ধুৱাবলৈ লৈ গ'ল। মৰাস্‌সুঁতিলৈ গৰু ধুৱাবৰ বাবে জাকে জাকে গাৱঁৰ মানুহ গ'ল। নিজৰ নিজৰ গাইগৰুবোৰক গা ধুৱালে। মৰাস্‌সুঁতিৰ পানীত দীপাংকয়ো গৰুকেইটাক ঘঁহি-পিহি ধুৱালে। সকলোতে পিতাকৰ লগত আহোঁতে পিতাকে মতা সেই কথা ফাঁকিও মাতিলে "দীঘলতি দীঘল পাত। গৰু জাবো জাত জাত……।"

পিতাকৰ অনুপস্থিতিৰ অভাৱটো দীপাংকৰ মনত দোলা দি গ'ল। হাতত লৈ থকা নতুন, মৰাপাটৰ পঘাকেইডাল সাপৰ দৰে লাগিল। বতাহত ভাঁহি অহা ঢোল, পেঁপা, গগনাৰ মাতত সি একো উন্মাদনা বিচাৰি নাপালে।

মৌলবী আহিল এইবাৰো। পৰমা মাষ্টৰৰ লগত একেলগে দৈ-চিৰা খালে। নিৰুপমাই কলপতীয়া আঁচুৰ উকা ফুল নোহোৱা গামোচা এখনো তেওঁক দিলে। মৌলবীয়ে কিবা এটি ভুল হৈ যোৱাৰ দৰে বাৰে বাৰে নিৰুপমাৰ মুখলৈ চালে। মাষ্টৰৰো ৰংটো অচিনাকি যেন লাগিল।

ডিম্বেশ্বৰহঁতৰ লগতে দীপাংকই দৈ-চিৰা খালে। নাৰিকলৰ লাড়ু-পিঠাও অলপ কৰিছিল। তিল পিঠা নকৰিলে। মাটিমাহৰ

গুড়িৰে তেলত ভাজি, কুঁহিয়াৰৰ মিঠৈত জুবুৰিয়াই, জিলাপি কৰাও নহ'ল এইবাৰ।

ৰতাহত লৰি থকা বাঁহৰ আগেদি জিলিকি উঠা জকমকাই ফুলা ৰঙা পলাশ-শিমলু ফুলবোৰ যেন মাষ্টৰে দেখিও নেদেখিলে। পিৰালিতে বহি থকা মাষ্টৰ-মৌলবী দুয়োৰে আমৰ ডালত পৰি চিঞৰি থকা কুলিৰ মাতটো কৰ্কশ যেন লাগিল। পিৰালিত আহি থিয় হোৱা ইন্দ্ৰ-আঘোণাইঁতৰ গাতো সেই একেই কলপতীয়া উকা গামোচা। মাষ্টৰ আৰু মৌলবীক সেৱা জনাই সিহঁত গুচি গ'ল। মনত থকা দিনৰপৰাই 'মানুহ বিহু'ৰ দিনা ইহঁতে মাষ্টৰৰ ঘৰত এনেদৰে দৈ-চিৰা খায়। মাষ্টৰ-মৌলবীক সেৱা কৰে। মাষ্টৰে মূৰৰ চুলি ছিঙি আশীৰ্বাদ কৰে। নিৰুপমায়ো ভমকা ফুলৰ ৰঙা আঁচুৰ গামোচা দিয়ে।

পানীকেঁচুৱাটোক লৈ গিৰিয়েকৰ সৈতে সাবিত্ৰী চতুৰ্থ বিহুৰ দিনাখন মাকৰ ঘৰলৈ আহিল। গিৰিয়েকৰ আপত্তি আৰু ঘৰুৱা অসুবিধাকো আওকাণ কৰি কেৱল পিতাকক চোৱাৰ হেঁপাহেৰে, এক প্ৰকাৰ জোৰ কৰিয়ে পাঁচমাহৰ মূৰত সাবিত্ৰী মাকৰ ঘৰলৈ আহিছিল। পেংবাৰিত ভৰ দি হুপিয়াই হুপিয়াই খোজ কাঢ়ি থকা পিতাকক দেখিয়ে সাবিত্ৰীয়ে হুকহুকাই কান্দি দিলে। মাষ্টৰে সান্ত্বনাৰ সুৰত ক'লে: যা আই, দুখে-ভাগৰে আহিছ, ভিতৰলৈ যা। কেঁচুৱাটোৰো কষ্ট হৈছে।

দীপাংকই অৰণ্যে বিহুৰ আগতেই ভনী-জোঁৱায়েক গোপালক বিহুলৈ নিমন্ত্ৰণ কৰি আহিছিল। দুপৰীয়া ভাত-পানী খাই গধূলিৰ আগে আগে ভনী-জোঁৱায়েক ঘৰলৈ গুচি আহিল—ৰাতি থাকিব নোৱাৰে, ঘৰত অসুবিধা। নিৰুপমাই জোঁৱায়েকক কৈ সাবিত্ৰীক এসপ্তাহমানৰ কাৰণে ৰাখি থলে। দীপাংকই গৈ থৈ আহিব।

আজি সাত বিহু। বকুলগুৰি অঞ্চলৰ বাবে তাৎপৰ্য্যপূৰ্ণ দিন। পুৱতি নিশাতে জাকে জাকে গাঁৱৰ গাভৰু মৰাসুঁতিৰ পাৰলৈ ঢাপলি মেলিলে। খুতুৰা শাক, সৰু মানিমুনি, বৰ মানিমুনি, বিভিন্ন

বনৰীয়া শাক তুলি আমৰ কলিৰ লগত খোৱা দিন। "পৃথিৱীৰ শাক হৰি ; হৰি, পৃথিৱীৰ শাক। পাৰ্বতী আই যায় শাক তুলিবা লাগি দেৱতাই নাচাৰে ডাক ॥ হৰি হৰি দেৱতাই নাচাৰে ডাক…… " —সাত শাক তোলা গীতেৰে—গাভৰুৰ মাতেৰে মৰাসুঁতিৰ পাৰৰ পথাৰ মুখৰ হ'ল। পৰম্পৰাগতভাৱে চলি অহা সাতশাক তোলাৰ দৰে, আজোককাৰ দিনৰপৰা বকুলগুৰিৰ সমূহীয়া কীৰ্তনঘৰৰ সমুখৰ ডাঙৰ পথাৰখনত 'পাৰতোলা' উৎসৱো চলি আহিছে। দীঘল দীঘল বাঁহত ৰঙা-বগা কাপোৰেৰে মেৰিয়াই তাৰ গাত হৰিণৰ চোঁৱৰ, নতুন গামোচা, ৰঙ-বিৰিঙৰ কাপোৰ বান্ধি দি তলত মেখেলাৰ দৰে কাপোৰ পিন্ধাই দি, দেখনিয়াৰকৈ বকুলগুৰিৰ ৰাইজে খেলে খেলে পাৰ তোলে। পাৰ বকুলগুৰিৰ ৰাইজৰ বাবে হেঁপাহৰ, আদৰৰ, পবিত্ৰতাৰ বস্তু। আদিম কৃষিজীৱী মানুহে প্ৰজনন শক্তিৰ ৰূপত কাল্পনিক নাৰীৰ প্ৰতীক এই পাৰ তোলা উৎসৱো একেই বিশ্বাসত বকুলগুৰিৰ ৰাইজে আজিও পালন কৰে। ওখ পাৰটোক গামোচাৰে পুৰস্কৃত ক'ৰা হয়। লগতে কঢ়িয়াই আনে খেলৰ মানুহবোৰলৈ সন্মান। এমাহ আগত প্ৰত্যেক খেলৰ ডেকা ল'ৰাই গাৱেঁ গাৱেঁ ওখ পোন বাঁহ বিচাৰি ফুৰে। পৰমা মাষ্টৰেও এদিন এনেদৰে ওখ বাঁহ বিচাৰি গাৱঁৰ পিছত গাওঁ ঘূৰিছিল।

নৈৰ পাৰৰপৰা ৰাতিপুৱাই গৰখীয়া ল'ৰাই বিৰিণাৰ আগ, সৰুবেহু, বৰবেহু, ভাঙৰ আগ, হাতীশুৰীয়া গছ, বেতৰ আগ, আগ্ৰা বন আনি চোতালত শুকাব দিছে। গধূলি সেইবোৰেৰে 'থুপা' কৰি ধোঁৱা দিব লাগিব। পাৰৰ গাত আগতে বিচনীৰে বা দি পিছত থুপাত বিচিব লাগিব, তাৰ পিছতহে মানুহে বিচনী ব্যৱহাৰ কৰিব। ধোঁৱাত, বিচনীৰ বাত মহ উৰি যাব। দীপাংকয়ো থুপাৰ কাৰণে বিৰিণাৰ আগ, হাতীশুৰীয়া আদি আনি চোতালত থলে।

মাষ্টৰে পিৰালিৰ পুৰণি জৰাজীৰ্ণ চকীখনতে বহি আছিল। কেৰ্‌কেৰকৈ উঠা চকীখনৰ শব্দটোৰে, মাটিত পৰি যোৱা পেংবাৰি-ডালৰ শব্দটোৱে ইমান পৰে চোতালত বৈ থকা দীপাংকক সচকিত

কৰি দিলে। "হাতীশুৰীয়াৰ গছ তই নাপালি নেকি দীপ?" দীপাংকক লক্ষ্য কৰি মাষ্টৰে সুধিলে।

: পাইছোঁ। মৰাসুঁতিৰ পাৰত ভৰ্তি হৈ আছে। আগ্ৰাবনহে বিচাৰি নাপালোঁ। উত্তৰ দিলে দীপাংকই।

পৰমা মাষ্টৰে নিস্পৃহ দৃষ্টিৰে এবাৰ চোতালত সিঁচৰতি হৈ থকা বিৰিণাৰ আগ, বৰবেহু, বেতৰ আগবোৰলৈ চালে। নল-খাগৰি, তৰাবন, বৰবেহু, গাত লাগি ধৰা কাঁইটীয়া গুটিৰ আগ্ৰা-বনেৰে ভৰ্তি হৈ আছিল মৰাসুঁতিৰ পাৰ—মাটি খোৱাৰ ৰিজাৰ্ভ সৰুতে পৰমা মাষ্টৰে লগৰীয়াবিলাকৰ লগত গৈ ৰিজাৰ্ভৰপৰা বিহুৰ সময়ত থুপা জ্বলাবলৈ বিৰিণাৰ আগ, আগ্ৰাবন কাটি আনিছিল। শিৱ মন্দিৰৰ চাৰিওফালে ঘেৰি থকা জংঘলী ভাঙৰ আগ আনিছিল ৰামপুৰৰপৰা। শেষ বিহুৰ দিনা সকলো মানুহে ওচৰে-পাঁজৰে ভাঙৰ গছ পালেও ৰামপুৰলৈ যাবই। কেৱল ভাং গছৰ কাৰণে যে তালৈ যায় তেনে নহয়, অন্য এক আকৰ্ষণ হ'ল—তেল পিচলা ভলুকা বাঁহৰ খুটাত বান্দৰৰ দৰে লফিয়াই লফিয়াই গৈ বাঁহৰ মূৰত থকা ফুলাম গামোচাখন আৰু নাৰিকল যোৰ কোনে আনিব পাৰে, সেই দৃশ্যটো উপভোগ কৰাটোহে। অলপ ডাঙৰ মিহি ভলুকা বাঁহ এডাল চিকুণ পিচলকৈ, মিহিকৈ চাঁচি খুটাৰ দৰে মাটিত পুতি বাঁহৰ ওপৰৰ 'পাব'টোত মিঠাতেল ভৰ্তি কৰি পাবটোৰ তলেদি সৰু ফুটা ৰাখে, সেই ফুটাৰে নিগৰি নিগৰি মিঠাতেল গোটেই বাঁহডালেৰে বৈ আহে। পিচল হয়। এহাত ওপৰলৈ গৈ দুহাত পিচলি তললৈ নামি আহিব লাগে। পৰমা মাষ্টৰেও সৰুতে 'তেল দিয়া' খুটাত লফিয়াই দুবাৰো নাৰিকল আৰু ফুলাম গামোচাৰ অধিকাৰী হৈছিল। কৈশোৰৰ সেই স্মৃতিয়ে মাষ্টৰক ভাৱাক্ৰান্ত কৰিলে—যি পৰমা মাষ্টৰে এদিন লফিয়াই লফিয়াই গৌৰৱৰ অধিকাৰী হৈছিল, তেওঁ যে আজি ভালদৰে খোজ কাঢ়িবই নোৱাৰে, এই কথা জানো কোনোবাই বিশ্বাস কৰিব?

নিৰুপামাৰ হাতখনেই কেৱল উকা হৈ থকা নাই। সাবিত্ৰীয়েও এইবাৰ হাতত জেতুকা নল'লে। নিৰুপমাৰ ডিঙিত জোনবিৰি থকা হাৰডালো নাই। কাণফুলী হুপাটো পিন্ধা নাই। এই ৰংবিহীন বিবৰ্ণ বৰ্তমানটোৰ বাবে যেন পৰমা মাষ্টৰ নিজেই দায়ী— এই অপৰাধবোধৰ গ্লানিয়ে মাষ্টৰক স্পৰ্শকাতৰ কৰি তুলিলে।

দীপাংক পাৰ তোলা উৎসৱলৈ গ'ল। অইন বছৰৰ দৰে বুঢ়ী ভকতনীবিলাকে নামঘৰৰ চোতালত বহি গুড়সনা তেতেলি টেঙা খালে। পাৰ তোলা উৎসৱ শেষ হবলৈ আৰু বেছি সময় নাই। গুৰুচৰণ পাঠকে ভোৰতাল বজাই কীৰ্তন ঘোষাৰ পদ গালে। বকুলগুৰিৰ পাঁচখেলৰ ৰাইজে সমূহীয়াভাৱে থিয় হৈ ভোৰতাল বজাই, কীৰ্তন নাম-ঘোষাৰ পদ আওৰাই—'থিয় নাম' ধৰি পাৰ তোলা উৎসৱৰ সামৰণি মাৰে। ভোৰতালৰ শব্দ, হাত-চাপৰিৰ শব্দ আহি পৰমা মাষ্টৰক চঞ্চল কৰি তুলিলে। পিৰালিতে বহি কেৱল বতাহত হাউলি নাচি থকা পাৰৰ আগ-কেইটা দেখা পালে। তলত ভোৰতাল বজাই থিয় নাম ধৰি থকা চিনাকি মুখবোৰ নেদেখিলে।

গধূলি আহি দীপাংকই পিতাকক খবৰ দিলে—সিহঁতৰ খেলে ওখ পাৰৰ সন্মান নাপালে, ৰত্নেশ্বৰ মণ্ডলৰ খেলহে ওখ পাৰৰ সন্মানেৰে পুৰস্কৃত হ'ল। মাষ্টৰে বুকুত বাঁহ ভগাৰ দৰে বেদনা অনুভৱ কৰিলে। কোনোদিনে পৰাজয় বৰণ নকৰা মাষ্টৰৰ খেল এইবাৰ পাৰ তোলা উৎসৱত পৰাস্ত হ'ল।

চকুপানী টুকি, মাক-দেউতাকক সেৱা জনাই এদিন সাবিত্ৰীও আপোন ঘৰলৈ গুচি গ'ল। পেংবাৰিডাল থকা বাবে মাষ্টৰে দুহাতেৰে ধৰি সাবিত্ৰীক উঠাই দিব নোৱাৰিলে। তপত চকুলোৰে মাষ্টৰৰ নিষ্ক্ৰিয়, পঙ্গু বাওঁভৰিখনো তিতি গ'ল—। মাষ্টৰে একো অনুভৱ নকৰিলে।

নতুন বছৰৰ আৰম্ভণীতে বহাগ মাহত বকুলগুৰিৰ কীৰ্তনঘৰত 'এক পইচা'ৰ নাম হয়। প্ৰতিঘৰ মানুহৰ পৰিয়ালৰ সংখ্যা যিমান

পইচাও সিমান। মানুহ সাতজন হ'লে পইচাও সাত পইচা। আচল অর্থ হ'ল গাৱঁৰ মানুহৰ জনসংখ্যাৰ হিচাপ লোৱা— এইটো বছৰত বকুলগুৰিত কিমান মানুহ বাঢ়িল। এতিয়া অৱশ্যে মহাৰাণীৰ দিনৰ তামৰ পাতি পইচা নাই—কিন্তু নামটো আছে। বকুলগুৰিৰ 'এক পইচাৰ নাম'। এক পইচাৰ সলনি আজি-কালি পাঁচ পইচা লয়। বয়-বস্তুৰ দাম বাঢ়িল, বুট-মাহৰো দাম বাঢ়িল।

পৰমানন্দ মাষ্টৰহঁতৰ চুবুৰীটোৰ পইচা তোলাৰ ভাৰ সদানন্দৰ ওপৰত। এইবাৰ এক পইচাৰ নাম বহাগৰ পূৰ্ণিমাতে হ'ব। সদানন্দই আগদিনাখনেই ঘৰে ঘৰে গৈ পইচা সংগ্ৰহ কৰিলে। সদানন্দই মাষ্টৰৰ চোতালত কীৰ্তনৰ পদ দোহৰাৰ দৰে ক'লে: দিয়ক মাষ্টৰ ককাইদেউ, চাৰিজন মানুহৰ পাঁচ পইচাকৈ বিশ পইচা। মাষ্টৰৰ খোকোজা লাগিল—সাবিত্ৰীতো এতিয়া ৰামপুৰৰ বোৱাৰী হ'ল—তিনিটাহে। ইতিমধ্যে নিৰুপমাই বিশ পইচাকে দিলে। মাষ্টৰৰ মুখৰ পিনে চাই হঠাতে দোষীৰ দৰে চিঞৰি উঠিল সদানন্দই: ধেৎ, মোৰো যে কি হৈছে ককাইদেউ! সাবিত্ৰীতো এতিয়া বকুলগুৰিৰ নহয়—ৰামপুৰৰ বোৱাৰী! মোৰ ভুল হৈ গৈছিল। পাঁচ পইচা এটি ঘূৰাই দিলে নিৰুপমাৰ হাতত। সাবিত্ৰী ৰামপুৰৰ বোৱাৰী হৈ গুচি গ'ল—এটি পাঁচ পইচা কমি গ'ল। নতুনকৈ গাৱঁলৈ অন্য গাৱঁৰপৰা বোৱাৰী আহিছিল— নতুন শিশুৰ জন্ম হৈছিল। কিন্তু ধৰ্মকান্ত মেল্‌কী, পটেশ্বৰীৰ মাক, জানকীৰ পিতাকৰ পাঁচ পইচাকেইটা চিৰদিনৰ কাৰণে হেৰাই গৈছিল।

মাষ্টৰে মনে মনে ভাবিলে—তেওঁৰ নামত তোলা এই পাঁচ পইচাটোও এদিন শেষ হৈ যাব।

বহাগ শেষ হ'ল। জেঠ মাহো পাৰ হওঁ হওঁ। পৰমানন্দ মাষ্টৰৰ ভঁৰালৰ ধানো টুটি আহিল। আহু খেতি কৰাৰ প্ৰশ্নই

মুঠে—মাটিখিনি ডিম্বেশ্বৰ আৰু আঘোণাকে গতাই দিছে—কিবা দিয়ে যদি দিব। খেতি-বাতি নহ'লেনো ক'ৰপৰা দিব ?

এইকেইদিন ঘৰতে বহি দীপাংকই শাকনি বাৰীৰ পুৰণি জেওৰা কেইখনকে নতুনকৈ দিলে। বাৰীৰ জাতিবাঁহ কাটি নিজেই সকলো কৰিলে। মাকে ৰোৱা দুই-চাৰিটা জিকা-ভেণ্ডিও লাগিল। দীপাংকই নতুনকৈ ৰোৱা বগা গোলাপৰ ডালবোৰে ন-পানী পাই জী উঠিছিল।

এদিন দীপাংকৰ পৰীক্ষাৰ ৰিজাল্ট ওলাল। বছিৰ দোকানীৰ ৰেডিঅ'ত বাতৰিটো শুনি বিনন্দই খবৰ দিলে দীপাংকক। গোটেই ৰাতিটো দীপাংকই ছটফটাই থাকিল। ৰিজাল্ট বা কি হয় ? ফেইল নকৰিলেই ৰক্ষা। ৰাতি সি ভালদৰে ভাতো খাব নোৱাৰিলে।

ৰাতিপুৱাই গৈ ডেৰমান বজাত ৰ'দত ঘামি-জামি দীপাংক আঁহতগুৰিৰপৰা উভতি আহিল। দীপাংকৰ উৎসাহহীন বিষণ্ণ মুখখন দেখিয়ে মাষ্টৰে গম পালে তাৰ পৰীক্ষাৰ ৰিজাল্ট বোধহয় বেয়া হ'ল। মাষ্টৰে উৎকণ্ঠাৰে সুধি পেলালে, : কি হ'ল তোৰ পৰীক্ষাৰ ৰিজাল্ট ?

: বেয়া হ'ল পিতা—অপৰাধীৰ দৰে উত্তৰ দিলে দীপাংকই। মাষ্টৰৰ সমুখত সি মূৰ্তিৰ দৰে থিয় হৈ ৰ'ল।

: হ'ল হ'ল বেয়া, সেইটো আকৌ কি চিন্তা কৰিব লাগে ? মানুহৰ জীৱনত কৃতকাৰ্য্যতা অকৃতকাৰ্য্যতা দুয়োটা আছে। তাকে লৈ দুখ কৰাৰ প্ৰয়োজন নাই। যা ভাতপানী খাগৈ। মাষ্টৰে ক'লে।

বাপেক-পুতেকৰ কথাৰপৰাই নিৰুপমাই গ'ম পালে—দীপাংকই পৰীক্ষাত বেয়া কৰিলে।

মাষ্টৰ মনে মনে হতাশ হ'ল। বেদনা অনুভৱ কৰিলে। নিৰুপমাই ভাবিলে—ঈশ্বৰে আমাৰ কপালত দুখকে লিখিলে।

দীপাংকই জীৱনত প্ৰথমবাৰৰ বাবে সন্মুখীন হ'ল পৰাজয়ৰ। পিতাকৰ ইমান টকা-পইচা খৰচ কৰি সি কি কৰিলে ! এতিয়া

যে সিহঁতৰ টকাৰ প্ৰয়োজন ! সি জানো আকৌ সেইখন চহৰলৈ যাব পাৰিব ? তাৰ ভয় লাগিল। মানসিক প্ৰস্তুতি তাৰ হ'ব, কিন্তু অৰ্থনৈতিক দাবীক সি অস্বীকাৰ কৰিব নোৱাৰে। নিজৰ কোঠাত সোমাই অকলশৰে বহুতো কথাকে চিন্তা কৰিলে। এক অনিশ্চিত ভবিষ্যতৰ ভীতিয়ে, স্বপ্নভংগৰ আশংকাই তাক কষ্ট দিলে। দীপাংকৰ দৃষ্টিত ভাঁহি উঠিল পিতাকৰ পেংবাবিডাল।

## বাৰ

ঘড়ীৰ কাঁইটবোৰ জপিয়াই জপিয়াই পাৰ হৈ গৈছিল। কেলেণ্ডাৰৰ পাতবোৰ এটা এটাকৈ সৰি গ'ল—প্ৰহৰ, দিন, মাহ, বছৰ।

মাষ্টৰৰ মুখত চিন্তাৰ, বিষণ্ণতাৰ, অসহায়তাৰ ৰেখাবোৰ ক্ৰমে স্পষ্ট হৈ উঠিছিল। আজিকালি নিৰুপমা নিষ্প্ৰাণ প্ৰতিমাৰ দৰে মৌন। মাটিখিনি থকাৰ বাবে কোনোমতে ভাতকেইটা পাই আছিল। কিন্তু কাপোৰ-কানি, তেল-নিমখৰ খৰচৰ বাবে প্ৰয়োজনীয় টকাখিনি আহিব ক'ৰপৰা? এইবিলাক কথাকে চিন্তা কৰি আজিকালি মাষ্টৰে সময় পাৰ কৰি দিয়ে। চাকৰিটো কৰি থাকিব পৰা হলেও এটা কথা আছিল। জীৱনত স্বচ্ছল বৰ্তমান এটা থকাৰ বাবে ভৱিষ্যতৰ কোনো চিন্তা কৰাৰ প্ৰয়োজন নাছিল মাষ্টৰৰ। দৰমহাৰ পইচা ইয়াক-তাক দি সহায় কৰোঁতে, নিজৰ পৰিয়ালৰ বাবে খৰচ কৰোঁতে শেষ হয়। সঞ্চয় কৰা নহ'ল কোনোদিনে। এতিয়া মাষ্টৰে প্ৰয়োজন বোধ কৰিলে সঞ্চয়ৰ। বনগাওঁৰ দীপাংকৰ মোমায়েকহঁতৰ অৱস্থাও আগৰ দৰে নাই—নিজে নিজে বিয়া-বাৰু কৰাই বেলেগ হ'ল। সেইপিনৰপৰাও সহায়ৰ আশা নাই। অজস্ৰ নিৰাশাৰ মাজতো অদৃশ্য আশাক মানুহে গোপনে হৃদয়ত পুহি ৰাখে। পৰমা মাষ্টৰেও পুহি ৰাখিলে।

পিতাক আৰু মৌলবী খুৰাকৰ অনুৰোধত দীপাংকই আকৌ পৰীক্ষা দিবলৈ গ'ল। পঢ়াৰ প্ৰতি সি উদাসীন অথচ নপঢ়ি কি কৰিব? আৰু এনেদৰে চহৰত থাকি পঢ়িবলৈয়ে বা টকা পাব ক'ত?

অমৰ বিজ্ঞানৰ ছাত্ৰ আছিল। প্ৰাক্‌বিশ্ববিদ্যালয় পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ সি ইঞ্জিনীয়াৰিং পঢ়িবলৈ গ'ল। শান্তনুৱে ইংৰাজীত অনাৰ্ছ লৈছে। এইবাৰ ফাইনেল দিব.

দীপাংকতকৈ এবছৰ ছিনিয়ৰ। এইবাৰ দীপাংকক লগ পাই শান্তনু আচৰিত হ'ল। আগৰ দৰে তাৰ হাঁহি-মাত নাই। চিন্তান্বিত মুখ-মণ্ডলত উদাস শূন্যতাই বিৰাজ কৰিছে। আগতকৈ সি বেছিকৈ চিগাৰেট খাবলৈ লৈছে। তাৰ এই পৰিবৰ্তনে শান্তনুক কষ্ট দিলেও বিকল্প শান্তনুৱে একো বিচাৰি নাপালে। হয়তো পঙ্গু পিতাক, ঘৰখনলৈ ক্ৰমাগত নামি অহা দৰিদ্ৰতাৰ বাবে দীপাংক আজি উৎসাহহীন। "তই পৰীক্ষাটো ভালদৰে দে, পিছত কিবা এটা হ'ব। হ'বলগা হৈ গ'ল, তাকে লৈ ইমান চিন্তা কৰিয়ে বা লাভ কি ?"—শান্তনুৱে কৈছিল দীপাংকক।

"লাভ একো নহয় শান্তনু; বৰং কষ্টহে হয়। তথাপিতো জানো ইচ্ছা কৰিয়ে সকলো কথা পাহৰি থাকিব পাৰি ?"—দীপাংকৰ এই যুক্তিত মনে মনে ৰ'ল শান্তনু।

মানসিক অশান্তি লৈয়ে দীপাংকই পৰীক্ষা দিলে। এদিন পৰীক্ষাৰ ৰিজাল্ট ওলাল। সি থাৰ্ড ডিভিজন পাইছে। খবৰটো ভাল হলেও কোনেও বৰ বিশেষ আনন্দিত হ'ব নোৱাৰিলে। দীপাংকই ভবিলে, সি জানো আকৌ পঢ়িবলৈ যাব পাৰিব? মাষ্টৰে ভাবিলে, নিজে অৰ্থনৈতিকভাৱে দুৰ্বল হলেও পুতেকে যদি আৰু পঢ়োঁ বুলি কয়, সেই দাবীক জানো অস্বীকাৰ কৰিব পাৰিব? বহুতো কথাকে চিন্তা কৰিলে মাষ্টৰে। সি এইবাৰো পৰীক্ষাত ফেইল কৰা হলে ভাল হ'লহেঁতেন নেকি! ছিঃ, কি কথাবোৰ যে ভাবিছে! নিজৰ সন্তানৰ অমঙ্গল জানো পিতৃয়ে চিন্তা কৰে? ক্ষয়ংকৰী চিন্তাৰ মাজত মাষ্টৰ ডুবি গ'ল। অপৰাধবোধৰ গ্লানিয়ে বিচলিত কৰি তুলিলে। নিজৰ অক্ষমতাৰ বাবে মাষ্টৰ আত্মপীড়নত দগ্ধ হ'ল। নিজে এদিন ভাগ্যৰ বিড়ম্বনাৰ বাবে কলেজৰ মুখ নেদেখিলে—আৰু আজি পৰীক্ষাত পাছ কৰাৰ পিছতো অৰ্থাভাৱৰ কাৰণে এইখন ঘৰত পঙ্গুৰ দৰে বৈ থাকিবনে? নাই, নাই, সি পঢ়িব লাগিব। তাক মাষ্টৰে বি.এ. পঢ়াব। দৰ্কাৰ হ'লে

মাটি বন্ধকত থ'ব। দীপাংকৰ কাৰণে, একমাত্ৰ সন্তানৰ কাৰণে পৰমা মাষ্টৰে সকলো দুখ-দুৰ্যোগৰ সম্মুখীন হ'ব।

দীপাংকই এদিন পুৰণি কলেজখনতে বি· এ· মহলাত নাম ভৰ্তি কৰিলে। তাৰ পঢ়াৰ নামত বহিৰ মহাজনৰ তাত মাটি দুবিঘাও বন্ধকী থৈছে। এনেদৰে সম্পত্তি ধ্বংস কৰি তাৰ পঢ়াৰ প্ৰতি আগ্ৰহতকৈ বিৰক্তিহে বেছি হৈছিল। কিন্তু পিতাকক মনোকষ্ট দিয়াৰ ইচ্ছা নাছিল বাবেই, মৌলবী খুৰাকৰ আশ্বাসক অবিশ্বাস কৰিব নোৱাৰাৰ বাবেই সি আহিল এইখন চহৰলৈ পঢ়িবলৈ।

ঘৰখনলৈ অভাৱ-অনাটন তীব্ৰ হৈ আহিছিল। পৰমা মাষ্টৰে পুতেকক পঢ়াবলৈ পঠাই ভালেই কৰিলেনে বেয়াই কৰিলে একো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। ফটা চাদৰ-মেখেলাৰে নিৰুপমাই দৰিদ্ৰতাক প্ৰত্যাহ্বান জনালে। ভঁৰালৰ ধান শেষ হৈ আহিল। মাটি বন্ধকত। সাবিত্ৰীৰ বিয়াৰ ধাৰ। মৌলবীৰ তাতো আঢ়ৈশ টকা ধাৰ।

সময়মতে টকা-পইচা পোৱাত দীপাংকৰ অসুবিধা হ'ল। আগৰ দৰে ঘৰৰপৰা চিঠি-পত্ৰ নহা হৈছিল। যোৱা মাহত মৌলবী খুৰাকে টকা এশ পঠাইছে। চিঠিও লিখিছে—সি যাতে কষ্ট-মষ্ট কৰি কোনোমতে বি· এ. টো পাছ কৰি আহে।

দীপাংকৰ বহু বস্তুৰ অভাৱ। কিতাপ-কাগজ, কাপোৰ-কানি—তাতে আকৌ চহৰত থাকি খোৱা-লোৱাৰ খৰচ, ঘৰভাৰা, কলেজৰ মাচুল আদি আছেই। সি বিৰক্ত হৈছিল। আঁহতগুৰি কলেজত ডিগ্ৰী নাই—ভেনছাৰ হৈয়ে আছে। তাৰ বহুতো প্ৰয়োজন—বহুতো প্ৰাপ্যৰপৰা সি বঞ্চিত হৈছে; অথচ সি কাৰ ওচৰত অভিমান কৰিব—অভিযোগ কৰিব? পঙ্গু পিতাকৰ ওচৰত? মাকৰ ওচৰত? মৌলবী খুৰাকৰ ওচৰত নে বকুলগুৰিৰ ৰাইজৰ ওচৰত? হতাশাত, বিষণ্ণতাত, ক্ষোভত সি দহি দহি জ্বলিল। মৌলবী খুৰাকৰ অৱস্থাও আগৰ দৰে নাই। গাৱঁৰ ইন্দ্ৰ দাইটি, আঘোণা-

খুৰাকহঁতৰ অৱস্থাও একে। কোনেও কাকো সহায় কৰিব নোৱাৰে। ঘৰৰপৰা পঢ়াৰ নামত সি সকলো শেষ কৰি দি কেনেকৈ জীয়াই থাকিব ? মাক, দেউতাক, সি ?

আজিকালি সি নিঃসংগতাকে ভাল পায়। আগৰ দৰে বন্ধু-বান্ধৱৰ লগত কেণ্টিনত বহি আড্ডাও নামাৰে। হাঁহিবলৈ যেন সি পাহৰি গ'ল। পইচাৰ অভাৱত সি আজিকালি চিগাৰেটৰ সমানে বিৰিও খায়। লাগ-বান্ধ নোহোৱা চিন্তাই তাক মাজে মাজে জুমুৰি দি ধৰে। ক্লাছলৈ গৈয়ো দীপাংকই ভালদৰে মনযোগ দিব নোৱাৰে। বাৰে বাৰে মনত পৰে পিতাকৰ পেংবাৰিডাল, মাকৰ করুণ মুখখন। বছিৰ মহাজনৰপৰা মাটি বন্ধকত থৈ লোৱা ছখন শ টকীয়া নোটে তাৰ আগত খেলা কৰি থাকে। দীপাংকৰ এই অন্যমনস্কতাৰ কাৰণে সিদিনা শৰ্মা ছাৰে লিটাৰেচাৰৰ ক্লাছত প্ৰশ্নৰ উত্তৰ দিব নোৱাৰাৰ বাবে ধমকি দি কৈছিল : ক্লাছলৈ আহিলে ভালদৰে আহিবা—এনেদৰে পাল মাৰি ক্লাছ কৰিলে কোনো লাভ নাই ; আৰু ক্লাছ কৰিবলৈ মন নাই যদি বাহিৰত থাকিবা। শৰ্মা ছাৰৰ খং উঠিলে এনেদৰে কয়। সেইদিনাও খং উঠিছিল।

দীপাংক তলমূৰ হৈ ৰ'ল। সি যেন গোটেই ক্লাছটোকে চিঞৰি চিঞৰি ক'ব—সি ভালদৰে ক্লাছলৈ কিয় আহিব নোৱাৰে। ডাঙৰকৈ, থিয় হৈ কব—সকলোৰে শুনাকৈ কব পিতাকৰ পেংবাৰিডালৰ কথা, ঘৰৰ দৰিদ্ৰতাৰ কথা। কোৱা নহ'ল। আৰু সেইবাবেই আজি শৰ্মা ছাৰে তাক এনেকৈ কৈছে। কওক, তাৰ কোনো খেদ নাই। তাৰ বাবে এই নিৰ্মম বাস্তৱেই সঁচা।

অকলশৰীয়া ভাবাঘৰত বহি সি অকলে ছবি আঁকে। মনৰ কথা কাগজত লিখে :

মোৰ চৌদিশ আৱৰি
ভুলৰ পাহাৰ
দুখৰ নদী।
এৰি থৈ মৰুভূমি

আকৌ পাওঁ ধূসৰ আকাশ
ধু ধু উত্তপ্ত বালি।
মোৰ জীৱন জুৰি
বৈ থাকিল
হৃদয় আজুৰি
বৈ থাকিল—
বিষণ্ণতাৰ নীল নদী।

তাৰ খোৱা-লোৱাত কষ্ট হৈছিল। তালি-টোপোলা বান্ধি ঘৰলৈ গুচি যাব নেকি? তিনি মাহৰ ঘৰভাৰা নিদিয়াৰ বাবে ঘৰৰ মালিকে খেচ্‌খেচাই আছে: সময়মতে পইচা-পাতি দিব নোৱাৰিলে মানে তোমাৰ ঘৰটো এৰি দিয়াই ভাল বোপা! মানে তোমাৰ এইখন চহৰত মানুহে মানে তোমাৰ হাঁ-খুৰ হাঁ-ঘৰকৈ হাবাথুৰি খাই ঘূৰি আছে বোপা!—অ' মই কিন্তু তোমাক কৈ থলো।—মালিকৰ এই কথা শুনি দীপাংকই মানসিকভাৱে কষ্ট পাইছিল। সি যেন অপৰাধী, সি যেন জগৰীয়া। শান্তনুৰপৰা টকা পঞ্চাশটা ধাৰে লৈ কোনোমতে ঘৰৰ মালিকক দুমাহৰ ভাৰা দি দিলে।

আকৌ আৰম্ভ হ'ল দুশ্চিন্তা। দুশ্চিন্তা মানেই যন্ত্ৰণা-হতাশাৰ গ্লানি। এম্নুৱেল পৰীক্ষালৈ আৰু চাৰি মাহ বাকী আছে। কমেও পাঁচশ টকাৰ প্ৰয়োজন। কলেজৰ মাছুলো ছমাহৰ বাকী। আৰু টকা লাগিব—ইমান টকা জানো যোগাৰ হ'ব? খেতিৰ ধানেৰে বছৰটো জুৰিলেই যেনিবা, বছিৰ মহাজনৰ টকা আৰু টকাৰ সুদ জানো পৰিশোধ কৰিব পাৰিব? মাজে মাজে এইবোৰ চিন্তাই দীপাংকক বিব্ৰত কৰিলে। এটা ক্ষয়ংকৰ ব্যাধিয়ে যেন তিলে তিলে তাৰ উশাহ-নিশাহ বন্ধ কৰি আনিছে।

সি তাৰ সকলো খবৰ জনাই মৌলবী খুৰাকলৈ চিঠি লিখিলে। চিঠিখন পাই মৌলবীৰ ভয় লাগিল—ইমান পইচা তেওঁ এতিয়া ক'ত পায়? আৰু মাষ্টৰেও বা দিব ক'ৰপৰা? ল'ৰাটোক মিছা-

মিছিকৈ চহৰলৈ পঠালে। এতিয়া আধাপঢ়াকৈ গুচি আহিব লাগিলে মৌলবীৰো বদনাম হ'ব, মাষ্টৰেও দুখ পাব।

যি সিদ্ধান্ত লবলৈ মানুহে ভয় কৰে সেই সিদ্ধান্তকে এদিন আঁকোৱালি ল'ব লগা হয়। পৰমা মাষ্টৰৰ আৰু দুবিঘা মাটি বন্ধকত গ'ল।

আৰ্থিক অনাটনে জুৰুলা কৰা ঘৰখনৰ কথা ভাবি দীপাংক হতাশ হৈছিল। তথাপিতো সি আকৌ চহৰলৈ আহিল। ইন্দ্ৰ আৰু আঘোণায়ো ধান দুমোনমান বেচি তিনিকুৰিমান টকা দীপাংকক দিলে। এইবাৰ তাৰ ফাইনেল। যি কোনো উপায়ে বি. এ. টো পাছ কৰিব পাৰিলেই হয়। অন্ততঃ দেউতাক, মৌলবী খুৰাক, আঘোণা, ইন্দ্ৰ দাইটিহঁতে এটা সান্ত্বনা বিচাৰি পাব। তেওঁবিলাকৰ আশা, কষ্ট, পৰিশ্ৰম, ত্যাগ নিস্ফল নহ'ল—এই বুলিয়ে হয়তো পৰিতৃপ্তি লাভ কৰিব।

সমাজখনলৈ তাৰ প্ৰচণ্ড ঘৃণা স্তৰীভূত হ'ল। দৰিদ্ৰতাই তাক যিমানে পীড়া কৰিলে, সি সিমানেই উপলব্ধি কৰিলে মানুহৰ মাজৰ পাৰ্থক্য—মানুহৰ মাজত থকা বৈষম্য।

নিৰ্মম বাস্তৱক অস্বীকাৰ কৰি ক্ষন্তেকৰ বাবে নিজকে পাহৰি থাকিবলৈ পলায়নবাদী মনোবৃত্তিৰে দীপাংকই এদিন মদ খাবলৈ ললে। তাৰ এই পৰিবৰ্তন দেখি তাৰ বন্ধুবৰ্গই কৈছিল: দীপাংক, তই ইমানকৈ কিয় মদ খাবলৈ লৈছ? এইবোৰ বাদ দে।

সি ম্লান হাঁহিৰে মাথো উত্তৰ দিছিল—'এনেয়ে'। সি জানে তাৰ দুখ আৰু দৰিদ্ৰতাৰ সমভাগী কোনো নহয়। হয়তো তাৰ এই দৰিদ্ৰতা দেখি সিহঁতে খুব বেছি পুতৌ কৰিব। সি জানে মৃত্যুৰ ক্ষুৰধাৰ নদীৰ বিপদসঙ্কুল থৰক্-বৰক্ সাঁকোৰে অকলেই যাব লাগিব। বিপদৰ সহযাত্ৰী কোন হ'ব?

বছিৰ মহাজনৰ তাত বন্ধকীত থোৱা মাটি চাৰি বিঘা টকাৰ ধাৰ আৰু সুদত পোত গৈছিল। ডেৰ হাজাৰতকৈয়ো বেছি

টকা দি আকৌ যে সেই মাটি কাহানিবা উদ্ধাৰ কৰিব পাৰিব, সেই আশা মাষ্টৰে কেতিয়াবাই পৰিত্যাগ কৰিছিল। এটা গোপন আশাই মাথোঁ মনৰ কোণত পুহি ৰাখিছিল : দীপাংকই যদি বি· এ·টো পাছ কৰে·········

মাষ্টৰৰ সেই আশা বাস্তৱত ৰূপায়িত নহ'ল। দীপাংকই ফেইল কৰিলে। মৌলবীয়ে খেদ কৰিলে। অনুশোচনাত দগ্ধ হ'ল দীপাংকৰ হৃদয়। পিতাকৰ বাৰু কি দৰকাৰ আছিল ইমানবোৰ টকা-পইচা খৰচ কৰি,—মাটি বন্ধকত থৈ তাক বি· এ· পঢ়োৱাৰ! তাৰ বি· এ· পঢ়া বিলাসিতাৰ বাবে মাটিখিনি বছিৰ মহাজনৰ তাত বন্ধকত যোৱা নাইতো? মাক, পিতাক, মৌলবী খুৰাক, গাৱঁৰ মানুহবোৰে ভুলতেও এবাৰ ভবা নাইতো—পৰমা মাষ্টৰৰ ঘৰলৈ নামি অহা এই দৰিদ্ৰতাৰ বাবে পুতেক দীপাংকই জগৰীয়া?

পৰাস্ত নাবিকৰ দৰে দীপাংক আজিকালি ঘৰতে সোমাই থাকে। মাক-দেউতাকৰ অসহায়, বিষণ্ণ-করুণ মুখবোৰলৈ চাবলৈ সি এতিয়া ভয় কৰে। শান্তনুৱে উপহাৰ দিয়া 'ৱাটাৰ কালাৰ'ৰ ৰঙেৰে তুলিকা বুলাই সি নিজৰ কোঠাত সোমাই গোটেই দিনটো ছবি আঁকি থাকে। পত্ৰবিহীন নঙঠা গছ, সূৰ্য্যাস্তৰ ম্লান আভা, কেকুটাছ, মানুহৰ জঁকা, ধূসৰ নীল ৰং, তাৰ মাজতে সি এদিন নিজকে আৱিষ্কাৰ কৰিলে।

গাৱঁৰ মানুহে ভালদৰে মুখ নেদেখা পৰমানন্দ মাষ্টৰৰ স্ত্ৰী নিৰুপমাই আজি ফটা চাদৰ-মেখেলাৰেও গাৱঁলৈ যাব পৰা হ'ল। বছিৰ দোকানীৰ গোলাৰপৰা বাকীকৈ মোনাত নিমখ, চেনি, তেল-দালিও আনিব পৰা হ'ল।

অৱশিষ্ট চাৰি বিঘা মাটিৰ খেতিৰ ধানেৰে কোনোমতে জোৰা মাৰি পেটৰ ভাতমুঠি পাই আছিল। ডিম্বেশ্বৰক আধিয়া দিছে। খেতি ভাল হ'লে কথা নাই, বেয়া হ'লে মাজে মাজে লঘোন দিবগীয়া অৱস্থাও হ'ল পৰমা মাষ্টৰৰ। তেল-নিমখ কিনাৰ বাবে,

কাপোৰ-কানি, ঔষধ-পাতি কিনাৰ বাবে মাজে সময়ে দুই-এমোন ধান বেচিব লগা হোৱাত শেষত খাবলৈ নোজোৰে। নিৰুপমাই কেতিয়াবা গাৱঁৰ মানুহৰ ওচৰলৈ গৈ দুই-এমুঠি চাউল-পাত লৈ আহে। কেতিয়াবা উকা হাতেৰে ঘূৰি আহে। নঙলামুখত বৈ পেংবাৰিত ভৰ দি পৰমা মাষ্টৰে পৰিচিত দৃশ্যৰ দৰে সেই দৃশ্যক গ্ৰহণ কৰে। জোৰকৈ হাঁহি মাষ্টৰে ঘৈণীয়েকে শুনাকৈ কয়: আজি আমি আঁউসীৰ উপবাসকে দিম, ভাত নাখালেও হ'ব।

নিৰুপমাই একো উত্তৰ নিদিয়াকৈ গুচি যায়। কাঁহৰ সাজ-বাচন এপদ-এপদকৈ বছিৰ মহাজনৰ ঘৰ সোমাল। যোৱাবাৰ টকাৰ টান হোৱাত কাজলী গাইজনীও বিক্ৰী কৰি দিলে ছকুৰি টকাতে। সাবিত্ৰীৰ ফালৰপৰা যি সহায় আহে সিও এপাচি শাকত এটা জালুকৰ দৰে। তাইৰ নিজৰে এতিয়া তিনিটা ল'ৰা-ছোৱালী; তাতে ঘৰখনৰ এজাক মানুহ। এনেদৰে জীয়াই আছে পৰমা মাষ্টৰ—মাষ্টৰৰ পৰিয়াল।

পেংবাৰিত ভৰ দি পৰমা মাষ্টৰ নঙলামুখলৈ আহে। দৃষ্টিৰে ঢুকি পোৱালৈ গাৱঁৰ বাটলৈ ওলাই ওলাই চায়। নৈৰ ঘাটলৈ যোৱা মানুহবোৰলৈ চায়, পথাৰলৈ যোৱা মানুহবোৰলৈ চায়। তেওঁ যে বহুদিন গাৱঁৰ পথাৰ দেখা নাই! সোণাখাইতীৰ ঘাট দেখা নাই!

দীপাংকই জ্ঞানদায়িনী পুথিভঁৰাললৈ অহা দৈনিক বাতৰি কাকতখনত চাকৰিৰ এড্ভাৰটাইজ চাই চাই বগা কাগজত এপ্লিকেচন লিখি, পোষ্ট অফিচৰ ৰঙা বাকচটোত বহুবাৰ পেলাই থৈ আহিল। উত্তৰ আৰু আশা—একো নাই। যোৱাবাৰ কেৰাণীৰ ইণ্টাৰভিউ দিবলৈ যাওঁতে এম্প্লয়মেণ্ট এক্সচেঞ্জত নামটোও ৰেজিষ্টাৰ কৰি আহিছিল। নাই একো নহ'ল। সামান্য কেৰাণী-মহৰীৰ চাকৰিৰ বাবে অনাৰ্ছ গ্ৰেজুৱেট, এম. এ, এম. এছ. চি পাছ কৰা ল'ৰাই ইণ্টাৰভিউ দিয়ে। তাৰ দৰে বি. এ. ফেইল ল'ৰাই আৰু ক'ত চাকৰি পায়! টকা-পইচা থাকিলেও কথা এটা আছিল—ঘোচ্-

চোচ্‌ দি হলেও কিবা এটা চাকৰি যোগাৰ কৰি লব পৰা গ'লহেঁতেন। ইণ্টাৰভিউৰ নামত মাকে বাঁহ বেচি পোৱা, সূতা কিনিবলৈ ৰখা টকা কুৰিটাও শেষ হ'ল। মৌলবী খুৰাকৰ তাত আকৌ ডেৰকুৰি টকা ধাৰ হ'ল। ধাৰৰ সংখ্যাটো দিনে দিনে বাঢ়ি গৈ আছে—কালদিয়াৰ বানপানীৰ দৰে।

অভাৱ-অনাটনে কাবু কৰা পঙ্গু পিতাক, নিঃস্ব-ৰিক্ত মাক নিৰুপমাৰ ম্লান বিবৰ্ণ মুখৰ শূন্য, উদাস, বোবা চাৱনিয়ে দীপাংকক ভীষণভাৱে কষ্ট দিলে। যিদিনা মাকে নঙলামুখেৰে হাতত থালি মোনালৈ উভতি আহিছিল, সেইদিনা দীপাংকই নিজৰ কোঠালিত সোমাই গোপনে অসহায় শিশুৰ দৰে কান্দিছিল। অপৰাধবোধে, হীনমন্যতাই দীপাংকক খুলি খুলি খাইছিল। দুশ্চিন্তাত ৰাতিবোৰ উজাগৰে পাৰ হৈছিল। সি যেন পুত্ৰ হৈ পিতৃ-মাতৃৰ প্ৰতি কৰিবলগীয়া কৰ্তব্য আৰু দায়িত্বক আওকাণ কৰিছে।

একো কৰিব নোৱাৰাৰ অক্ষমতাৰ বাবে বাৰে বাৰে চীৎকাৰ কৰি উঠিল দীপাংকই—

"......সব কাজ তুচ্ছ হয়—পণ্ড মনে হয়,
সব চিন্তা—প্ৰাৰ্থনাৰ সকল সময়
শূন্য মনে হয়
শূন্য মনে হয়।......

সি অক্ষম, কাপুৰুষ, সি বৰ অসহায়।

# তেৰ

পঙ্গু পিতাকৰ ক্লান্ত-কৰুণ মুখ। নিষ্প্ৰাণ মৌনতাত স্থবিৰ হৈ ৰোৱা মাকৰ বেদনাহত চাৱনি। এখন শূন্য উদং ঘৰ। মৃত্যু-মৌন নিৰ্জনতাত যেন ডুবি আছে অন্ধকাৰৰ তিনিটা প্ৰাণী।

দীপাংকৰ এতিয়া চিন্তা। কেৱল চিন্তা। চিন্তাৰপৰা যেন তাৰ অব্যাহতি নাই। লাগ-বান্ধ নোহোৱা দুশ্চিন্তা। অপৰাধবোধ, হীনমন্যতাৰ গ্লানিয়ে হিংস্ৰ হাঁতোৰাৰ দৰে আঁচুৰি গ'ল তাৰ হৃদয়ৰ গভীৰলৈ। মানসিক যন্ত্ৰণাত পৰি তপত ছাইত পৰা জীয়া মাছৰ দৰে ছট্‌ফটাই থাকিল দীপাংক। উজাগৰে পাৰ হৈছিল প্ৰতিটো ৰাতি। তাৰ দৃষ্টিত ফুটি উঠিল ভীতি, শংকা আৰু অবিশ্বাসৰ ৰেখা—অৰ্থহীন জটিল শূন্য চাৱনি। বন্ধ কোঠালিত সোমাই থাকিয়ে এদিন দীপাংকই হেৰুৱাই পেলালে মানসিক ভাৰসাম্য।

পুতেকৰ এই মৰ্মান্তিক অৱস্থা দেখি পৰমা মাষ্টৰে বেদনাত, আক্ৰোশত গাৰুত মুখ গুজি দি অবুজ শিশুৰ দৰে ফেঁকুৰি ফেঁকুৰি কান্দিলে। নিৰুপমাৰ মাতৃ-হৃদয়ে হাঁহাকাৰ কৰি উঠিল। ল'ৰাটোৰ কি হ'ল? বাহিৰলৈও নাযায়, অনবৰত ঘৰতে সোমাই থাকি সি এইবোৰ কি কৰিলে?

খোৱা-লোৱাত অমনোযোগী পুতেকৰ ভীতি-বিহ্বল শূন্য চাৱনিয়ে কষ্ট দিলে নিৰুপমাক। ভাগি পৰিল নিৰুপমা। গোসাঁইঘৰত ঘিউৰ বন্তি জ্বলালে। কলীয়া গোসাঁইৰ মন্দিৰত শৰাই আগবঢ়ালে। চকুলো টুকি একমাত্ৰ পুতেকৰ মঙ্গলৰ বাবে প্ৰাৰ্থনা জনালে। গাৱঁৰ মানুহে ক'লে: একো অসুখ নহয়, দেও-ভূতৰহে কাণ্ড। ন-দলনিৰ মঙ্‌লা বেজক আনি দেখুৱালে ঠিক হৈ যাব। বেজ আহিল—"ওঁ হ্ৰীং পৃথিৱী লৰিলা—মেৰু গিৰি তলিলেক সাগৰ তলিলা মন্দৰ লৰিলা কম্পিলা স্বৰ্গ মণ্ডল ......ৰং......ফট্ স্বাহা" বুলি মঙ্‌লা বেজে কৰতি পুথিৰ মন্ত্ৰ

মাতিলে। বলভদ্র দেউৰ হতুৱাই দীপাংকৰ জন্ম-পত্রিকাখনো এবাৰ চালে—ৰাহু কেতু নে শনিৰ দশা। কেৱল পুত্রৰ মঙ্গল হলেই হ'ল।

মাতৃ-হৃদয়ৰ সমগ্র মৰম-চেনেহেও দীপাংকৰ মনৰ অশান্তি দূৰ কৰিব নোৱাৰিলে। ঘিউৰ বন্তি জ্বলি শেষ হৈছিল। প্রার্থনা, আশা ব্যর্থ হৈছিল। এদিন দীপাংক উন্মাদ হৈছিল—মানসিক বিকাৰগ্রস্ত ৰোগী। মাজে মাজে দেউতাকৰ ভৰিত ধৰি কান্দে; কেতিয়াবা হাতত ছবি আঁকা ব্রাছ এডাল লৈ বন্দুকৰ দৰে লৈ কয়ঃ পৃথিৱীৰ চব মানুহক গুলীয়াই গুলীয়াই হত্যা কৰিম—আমাৰ ভাত-কাপোৰৰ চিন্তা দূৰ হ'ব—বন্ধকত থোৱা মাটিবোৰ মই উদ্ধাৰ কৰিম পিতা! তাৰ পিছত হুক্‌হুকাই কান্দে—হাঁহে।

দীপাংকৰ এই অসংলগ্ন কথা আৰু আচৰণবোৰ দেখি মৌলবী-আঘোণাহঁতে সিদ্ধান্ত কৰিলে তাক জিলাৰ হস্পিটাললৈ নিয়াৰ বাবে। জিলাৰ ভাল ডাক্তৰৰ হতুৱাই চিকিৎসা কৰাব। সোনকালে এইবোৰ ৰোগৰ চিকিৎসা কৰাহে ভাল। ভঙা মাতেৰে চকুলো টুকি মাষ্টৰে মৌলবীক ক'লেঃ কি কৰিবা মৌলবী, ঈশ্বৰে মাৰিও নিনিয়ে। তুমি যি ভাল দেখা তাকে কৰা, মই মাত্র তাৰ দেউতাক। কিন্তু মই জানো সেই কর্তব্য পালন কৰিব পাৰিলোঁ?

নিৰুপমাই কান্দিলে। নিঃস্ব ৰিক্ত হৈ যোৱা মানুহৰ শেষ সম্বল মাথোঁ চকুপানী।

একপ্রকাৰ জোৰ কৰিয়েই আঘোণা, ইন্দ্র আৰু মৌলবীয়ে দীপাংকক জিলাৰ হস্পিটাললৈ লৈ গ'ল। মৌলবীয়ে ভোগপুৰৰ সম্পর্কীয় ভতিজাক ডাক্তৰ ৰহমানক বিচাৰি উলিয়াই, কৈ-মেলি কোনোমতে হস্পিটালত দীপাংকৰ বাবে এটা ছিট্ যোগাৰ কৰিলে। মৌলবীয়ে ডাক্তৰ ৰহমানক তাৰ সকলো কথা বুজাই কৈ মাজে সময়ে খবৰ লবলৈয়ো অনুৰোধ কৰিলে। ছিট্ পোৱাৰ পিছত আঘোণা আৰু ইন্দ্রই গধূলিৰ আগে আগে আহি আঁহতগুৰি

ষ্টেচন পালে। মৌলবীয়ে ভতিজাক ডাক্তৰ ৰহমানৰ অনুৰোধত ৰাতিটো তাতেই থাকিব লগা হ'ল। মৌলবীৰ পিতাকে ৰহমান ডাক্তৰক আপদে-বিপদে কম সহায় কৰা নাই। ঘৰৰ অৱস্থা বেয়া কাৰণে পঢ়া-শুনা কৰোঁতে, ডিব্ৰুগড়ত মেডিকেল পঢ়ি থাকোঁতে মৌলবীৰ পিতাক আলাউদ্দিনে ৰহমান ডাক্তৰক অৰ্থৰে কম সহায় কৰা নাই। আহিবৰ সময়ত মৌলবীয়ে দীপাংকক নিজৰ ল'ৰাৰ দৰে যাতে চিকিৎসা কৰা হয়, সেই কথাটো দঢ়াই দঢ়াই ভতিজাক ডাঃ ৰহমানক কৈ আহিল।

ৰাতিপুৱাই আহি ডাঃ ৰহমানে দীপাংকৰ খবৰ লৈ গ'ল। কথাটো আলোচনা কৰিলে মানসিক ৰোগৰ চিকিৎসক ডাঃ দত্তৰ লগত। স্কিজোফ্ৰেনিয়াৰ কেছ। মানসিক হতাশা, অভাৱ, দৰিদ্ৰতাৰ বাবেই এনে হৈছে। প্ৰথম অৱস্থাতে পোৱা গৈছে যেতিয়া সোনকালে ভাল হ'ব বুলি মন্তব্য দিলে ডাঃ দত্তই।

হস্পিটালৰ সাতাইশ নং কোঠা। ৰাতি এঘাৰ বজাৰ শব্দ হ'ল।

ঃ দীপাংক টোপনি অহা নাই এতিয়াও? লোৱা এইটো টেবলেট খোৱা টোপনি আহি যাব। ছাউণ্ড শ্লিপ। —এটা সৰু টেবলেট তুলি দিলে লেডী ডাক্তৰজনীয়ে। নাৰ্ছ এগৰাকীৰ হতুৱাই চেলাইনৰ খালি বটল এটাত পানী এবটলো দি গ'ল।

হাতত তুলি দিয়া টেবলেটটো দলিয়াই দিলে দীপাংকই— কেৱল টেবলেট, ঔষধ, ইনজেক্চন। ······ট-টকৈ জ্বলি থকা লাইটটো তাৰ অসহ্য লাগে। একে কথা, পোহৰ হোৱা নোহোৱালৈ তাৰ একো আক্ষেপ নাই—ধৰা হ'ল এতিয়া সূৰ্য্যটো ওলাই আছে। তাৰ উত্তাপে তাৰ দেহ-মন সকলো পুৰি নিছে। ···দিন-ৰাতিৰ কি পাৰ্থক্য আছে। কিছুমান মুহূৰ্ত, কিছুমান সময়, জপিয়াই জপিয়াই পাৰ হোৱা ঘড়ীৰ কাঁটা।

ওচৰৰ বেডকেইখনৰ অসহ্য গেঙনি, ঘন উশাহ, তপত বতাহ, ঔষধৰ গোন্ধেৰে গোটেই ৱাৰ্ডটো ভৰি পৰিছে। টং টংকৈ বাৰ

বজাৰ ঘণ্টাধ্বনি হ'ল। দীপাংকই আকৌ এবাৰ অনুভৱ কৰিলে তাৰ ছেৰিব্ৰাম, বুকু, তেজ সকলোতে যেন ঘণ্টাৰ দৰে শব্দটো বৈ বৈ বাজি আছে। ......বেৰত আঁৰি থোৱা হিমালয়ান ড্ৰাগছৰ কেলেণ্ডাৰ। কেলেণ্ডাৰৰ বাঘটোৰ প্ৰতি তাৰ পুনৌ জন্মিল। তাৰ মুখত ফুটি উঠা হিংস্ৰতাৰ ছবিয়ে, আদিম বন্যতাই দীপাংকক কষ্ট দিলে।

......বাঘটোৰ চুচকুত ফুটি উঠা তাৰ মুক্ত স্বাধীনতাই যেন দীপাংকৰ এই বন্দীত্বক ব্যংগ কৰিছে। তাৰ ঈৰ্ষা জন্মিল বাঘটোলৈ।

......পকীৰ ওপৰেদি শব্দটো ক্ৰমে গভীৰ হৈ আহিছে। তাক যেন খেদি আহিছে......ঘড়ীৰ শব্দনে নাৰ্চৰ ভৰিৰ চেণ্ডেলৰ শব্দ! কি অসহ্য—এই দুপৰ ৰাতি এনেদৰে শব্দ কৰাৰ কি প্ৰয়োজন? নাই, সি শুব বিচাৰিছে—তাৰ মুৰটো খুব বিষাইছে। ......সিহঁত শুইছেনে সপোন দেখিছে? বুঢ়া মানুহজনে প্ৰকাণ্ড বেণ্ডেজটো লৈ কেনেদৰে টোপনি গৈছে! ......জীৱনৰ শেষ মুহূৰ্তত কেনেদৰে মানুহবোৰে এনেকৈ টোপনি যাব পাৰে?......

......ছিষ্টাৰৰ অহা-যোৱা, ডাক্তৰৰ ব্যস্ততা, জ্বলি থকা লাইট, সকলোবোৰ তাৰ অসহ্য লাগে, বিৰক্ত হয়। দিন-ৰাতি উজাগৰে থাকি ইহঁতে কি কৰে? উজাগৰে থকা মানুহ টোপনি যায়। টোপনি নোযোৱা মানুহ উজাগৰে থাকে। ......এইটো লাইট ইয়াত কিয়? বেছি পাৱাৰৰ ৰঙা লাইট এটা জ্বলি থকা হলে ভাল আছিল। তেজত ডুব গৈ থকা বহুতো মানুহ......তেজত ডুব যোৱা তাৰ দেউতাকৰ মুখ! তেজত লুতুৰি-পুতুৰি হোৱা পেংবাৰিডাল। তাৰ হাতত এতিয়াও তেজৰ গোন্ধ আছে—কি আচৰিত!

"দীপাংক টোপনি যোৱা নাই! টোপনি যোৱা, ছাউণ্ড স্লিপ।" ডাক্তৰে আঙুলিৰে তাৰ পিনে দেখুৱাই নাৰ্চজনীক কি কৈছে? কি কথা পাতিছে?

·········এইবোৰ কথা আলোচনা কৰি একো লাভ নাই—টোপনি·········জানো, মই ইমানদিনে টোপনি যাবলৈ চেষ্টা কৰি আহিছোঁ—আৰু শান্তিৰে টোপনি যাবলৈ মই মোৰ এই হাত দুখনেৰে মোৰ পিতা পৰমা মাষ্টৰক ডিঙিত চেপি ধৰিছিলোঁ।।

·········দেউতাৰ পেৰালাইজড্ হোৱাৰ পিছৰেপৰা ক্রমাগত আমাৰ ঘৰলৈ দৰিদ্রতা নামি আহিছিল। তাৰ সতে মুঁজি মুঁজি আইৰ হাতৰ কাণৰ সোণ বেচা গ'ল। দেউতাৰ সাতাম পুৰুষীয়া মাটি বন্ধকত গ'ল। মোক চহৰত বি· এ· পঢ়ুৱাই ডাঙৰ মানুহ কৰিব বিচাৰিলে—দীপাংক কাকতি বি. এ·—বাঃ কি চমৎকাৰ! ঘৰত এটা নিবনুৱা অকৰ্মণ্য পুত্র। পেংবাৰি লৈ থকা পিতা—হাতত মোনা লৈ বজাবলৈ যোৱা আই। আই-পিতাই মোৰ দৰে এটা দায়িত্বহীন বেকাৰক এনেদৰে মৰম কৰাৰ যুক্তি ক'ত? মই অঁকা ছবিবোৰ দেখি পিতাই কিয় ইমান উৎসাহ দিয়ে? প্রেৰণা দিয়ে?······অসহ্য, চব অসহ্য।

দেউতাই হয়তো মোৰ এই দায়িত্বহীনতাক·ব্যঙ্গ কৰিয়ে এনেদৰে মৰম কৰিছিল। ৰাতি ভাত খোৱা সময়ত মাকে ওচৰতে বহি কথা পাতি ৰৈ আছিল। "একো নাই, লোণে-ভাতে খা বোপাই" বুলি মাকৰ ভাগলৈ ৰখা টেঁকীয়া শাকখিনিও তাৰ পাতত দিছিল। অঁাহতগুৰি তিনিআলিৰ চ'কৰপৰা মদ খাই অহা সত্বেও দেউতাকে তাক একো কোৱা নাছিল। কিয় কোৱা নাছিল? কিবা এটা কওক: দীপাংক তই এইটো ভাল কৰিছ, নহয় বেয়া কৰিছ। পৰমা মাষ্টৰৰ ইজ্জত, মান-সন্মান শেষ কৰি দিছ! পিতাৰ এই নীৰৱতাই, আইৰ মৰমে এদিন মোক কষ্ট দিলে। তিক্ত লাগিল সেই জীৱন। সেই মৰম সি সহ্য কৰিব নোৱাৰিলে।

মাক-দেউতাকৰ মৰমত সি বন্দী হৈ থাকিবলৈ নিবিচাৰে। সন্তান হ'লেই যে মাক-পিতাকে অকৰ্মণ্য পুতেকক পোহপাল দিব লাগিব তাৰ কি যুক্তি আছে! মাক-দেউতাকে এনেদৰে

ব্যঙ্গ কৰাটো তাৰ বাবে অসহনীয় হৈ উঠিছিল। কি প্ৰয়োজন ইমান মৰম-চেনেহ দেখুওৱাৰ ? মৰম নহয়, তাক বিদ্ৰুপ কৰিছে—তাৰ অসহায় দুৰ্বলতাক দেউতাকে পেংবাৰিডালতকৈয়ো অৰ্থ-হীন বুলি ভাবিছে। মাকে কিয় কোনোদিনে নকয়—দীপ তই আমাৰ বাবে কিবা এটা কৰ। ঘৰখনৰ বাবে, পিতেৰাৰ বাবে কিবা এটা কৰ। দেউতাকে কিয় নকয়—দীপ, তই ছবি আঁকি আঁকি আমাৰ বাবে কি কৰিছ ? সি একো কৰা নাই বৰং তাৰবাবে মাক-দেউতাকে সকলো কৰিছে। সিতো একো কৰা নাই। তেন্তে, তেন্তে ইমান মৰম কৰাৰ, ইমান আদৰ-যত্ন কৰাৰ যুক্তি ক'ত ?……জানে ছিষ্টাৰ, সিহঁত মোৰ ঘোৰ শত্ৰু ! মোৰ লগত দিনৰ পিছত দিন ধৰি মৰম কৰাৰ চলেৰে মোৰ শত্ৰুতা কৰি আহিছে। গোপনে গোপনে আই-পিতাই মোক লৈ ষঁড়যন্ত্ৰ কৰিছিল। সিহঁতৰ এই স্বাৰ্থপৰতাৰ মাজত, সংকীৰ্ণতাৰ মাজত মই বন্দী হৈ থাকিবলৈ বিচৰা নাছিলোঁ। মোৰ কষ্ট হৈছিল। টোপনিত ব্যাঘাত জন্মিছিল।……

দেউতাই এনেদৰে জীয়াই থাকি, আয়ে পৰৰ ঘৰে ঘৰে ঘুৰি ঘুৰি এমুঠি চাউল আনি মোক জীয়াই ৰখাৰ যুক্তি ক'ত ? দেউতাই এনেদৰে শত্ৰুতা কৰি মোক কষ্ট দিয়াৰ সাহস ক'ত পালে ? এনেদৰে মৰম কৰাৰ ছলেৰে মোক শত্ৰুতা কৰিছে, মোক বন্দী কৰি থৈছে। মোৰ স্বাধীনতাত হাত দিছে। মই বন্দী হ'ব নিবিচাৰোঁ—মোক মুক্তি লাগে। উজ্জ্বল নীল আকাশ মই ভাল পাওঁ—আৰু তেতিয়াই মই সিদ্ধান্ত কৰি পেলাইছিলোঁ প্ৰয়োজন হ'লে মই দেউতাক মাৰি পেলাম—হত্যা কৰিম।………আৰু সেই ঘন অন্ধকাৰ ৰাতি, বাহিৰত কেৱল ধাৰাসাৰ বৰষুণ, বিজুলী,—বিজুলীৰ শব্দ। দেউতাই যেন মোক মাৰিবলৈ ষড়যন্ত্ৰ কৰিছে। আৰু চকা-মকা বিজুলীৰ পোহৰত দেখিছিলোঁ—দেউতাই পেংবাৰিডাল লৈ মই ছবি অঁকা কেন্‌ভাছৰ পিছত লুকাই আছে—আৰু ময়ো বাঘ এটাৰ দৰে একে জঁাপেই বিচনাৰপৰা গৈ

দেউতাৰ ডিঙিত চেপি ধৰিছিলোঁ। দেউতাৰ চিঞৰটো বৰষুণৰ শব্দই নোহোৱা কৰি দিছিল। কিন্তু মোৰ হাতত লাগি থকা দেউতাৰ তেজবোৰ বিজুলীৰ পোহৰত মই স্পষ্টকৈ দেখিছিলোঁ। "কি ৰঙা তেজ !"—দীপাংকই চীৎকাৰ কৰি উঠিল।

উৎকণ্ঠাৰে দৌৰি আহিল নাৰ্ছ গৰাকী। দীপাংকৰ বিচনাৰ ওচৰলৈ। জ্বলি থকা তাৰ চকুহাললৈ চাবলৈ ভয় কৰিলে নাৰ্ছ গৰাকীয়ে।

ঃ ছিষ্টাৰ, মই এই দুইখন হাতেৰে দেউতাৰ ডিঙিত চেপি ধৰিছিলোঁ। মই দেউতাক হত্যা কৰিছোঁ।

ঃ নহয় দীপাংক, তুমি ভাল ল'ৰা—তেনে নীচ কাম কেতিয়াও নকৰা। লোৱা, এই গিলাচ গাখীৰ খোৱা, টোপনি আহি যাব।

ঃ নাই, মই একো নাখাওঁ ছিষ্টাৰ ! খোৱাৰ মন নাই।

ঃ এনেদৰে উজাগৰে থাকি কি কৰিবা ? সুন্দৰকৈ টোপনি যোৱা।

ঃ শোৱাৰ বাবেই যত্ন কৰি আছোঁ—চেষ্টা কৰি আছোঁ টোপনি যাবলৈ। আৰু শান্তিৰে শুবলৈকে মই মোৰ দেউতাক হত্যা কৰিছিলোঁ। মই ইয়াত নাথাকোঁ, মই জেইলত থাকিম। মোৰ ফাঁচী হ'ব। খুউব বেছি দেউতাৰ মৃত্যুৰ দৰে এটা মৃত্যু হ'ব। আৰু কি ?

ঃ লোৱা। মিছা অনৰ্থক চিন্তা বাদ দিয়া। গাখীৰ খোৱা। চোৱা, সেই বুঢ়া মানুহজনে কেনেদৰে টোপনি গৈছে।

—হয় মূৰত প্ৰকাণ্ড বেণ্ডেজ্ লৈ ৰঙা টেবলেট খাই মানুহজন টোপনি গৈছে। ইহঁত কেনেকৈ টোপনি যায় ? বাঘৰ দৰে ইহঁতে খায় আৰু জীয়াই থাকে। এটা অৰ্থহীন জীৱন-- অৰ্থহীন স্বপ্ন। জীয়াই থকা মানেই জীৱন—আৰু জীৱন মানেই মৃত্যু। জীৱন আৰু মৃত্যুৰ মাজত কি পাৰ্থক্য আছে ?

ঃ লোৱা দেৰি নকৰিবা, এইটো টেবলেট, এয়া গাখীৰ। কি চাইছা ? অ' কেলেণ্ডাৰখন ! বৰ সুন্দৰ ফটোগ্ৰাফী নহয় ? খোৱা, টেবলেটটো খোৱা।

: সুন্দৰ নহয়—লোহাৰ পিজঁৰাত থাকিলে ভাল লাগিলহেঁতেন। ইমান মুক্ত, ইমান সাহসী—অসহ্য লাগে।………ছিষ্টাৰ, মই জেইলত থাকিম। বন্ধ ছেলত থাকিম। মই হত্যাকাৰী, মোৰ ফাঁচী হ'ব। এই দুইখন হাতেৰে ডিঙিত চেপি মই মোৰ দেউতাক হত্যা কৰিছোঁ। বাৰে বাৰে কৈছোঁ—মই মোৰ দেউতাক হত্যা কৰিছোঁ। মোৰ ফাঁচী হ'ব, জেইল হ'ব, দ্বীপান্তৰ হ'ব—কিবা এটা হ'ব। শাস্তি হ'ব। শাস্তিও নিদিয়ে আৰু মুক্তিও নিদিয়ে—মই এনেদৰে হস্পিটালত বন্দী হৈ থাকিবলৈ অহা নাই।……

: দীপাংক ! কি ভাবিছা ?

……Life is but a walking shadow a poor player;……আৰু যদি একো নহয় ছিষ্টাৰ, মই এটা কিবা কৰিম……

:……অৰ্থহীন জন্মৰ দৰে, মৃত্যুৰ দৰে, জীৱনৰ দৰে এটা অৰ্থহীন ছুইচাইড্ !……

দীপাংকৰ প্ৰলাপৰ মাত্ৰা বেছি হোৱা বাবে ডাক্তৰ জীৱন চলিহা সোমাই আহিল। ছিষ্টাৰ এগৰাকীক এটা Calmpose Injection চিৰিঞ্জত ভৰাবলৈ দিলে। ডাঃ চলিহালৈ দীপাংকই ভীত দৃষ্টিৰে চাই ৰ'ল। ঢকঢকীয়া বগা খাছীয়া নাৰ্ছ গৰাকীয়ে তাৰ বাওঁহাতখনত ইনজেকচনটো দিলে। ডাক্তৰে হাঁহি হাঁহি কৈ গ'ল—শুই থাকা ভাল ল'বাৰ দৰে।

এদিন ৰহমান ডাক্তৰৰ মাৰফত দীপাংকলৈ চিঠি আহিল বকুলগুৰিৰপৰা। ডাক্তৰে ভাবিলে কি লিখিছে চোৱাই ভাল হ'ব। এনেকুৱা ৰোগীক কিছুমান খবৰে বেছি হে কৰে।

পূজনীয় ককাইদেউ,

শ্ৰদ্ধা লবি।……

তোৰ অসুখৰ কথা চিন্তা কৰিয়ে দেউতাই হাৰ্ট ফেইল কৰিলে। তই হস্পিটাললৈ যোৱাৰ এসপ্তাহ পিছতে ঢুকাল।

কি কৰিবি সকলো পৰমেশ্বৰৰে ইচ্ছা। যি হ'ব লগা আছিল হৈ গ'ল। সেই ৰাতিৰ ঘটনাটোৰ ফলত তই আঁকা কেনভাছৰ আধা অঁকা ছবিখন নষ্ট হৈ গৈছে। বেৰত আঁৰি থোৱা শ্ৰীকৃষ্ণৰ ছবিখনো ভাঙি গৈছে। ৰঙা ৰঙেৰে তোৰ বিচনাখন এতিয়াও ৰঙা হৈ আছে—তই একো ভুল নুবুজিবি। মই আহি সকলো বস্তু সযতনে ৰাখি থৈছোঁ। আয়ে সদায় তোৰ কথা কৈ থাকে। তই সোনকালে যাতে ভালে-কুশলে উভতি আহিব পাৰ তাৰবাবে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালোঁ। ডাক্তৰে আহিব দিলে তই চিঠিৰে জনাবি। মৌলবী খুৰা দুই-এদিনতে তোৰ খবৰ লবলৈ যাব—সকলো খবৰ শুনিবি। পুনৰ সেৱা লবি।

ইতি,

তোৰ ভনী 'সাবিত্ৰী'

চিঠিখন পঢ়ি ডাঃ ৰহমানে চিঠিখন নিজেই ৰাখি থলে। কি ঠিক, দেউতাকৰ মৃত্যুৰ বাতৰি শুনি যদি আকৌ কিবা এটা হয়! আগতে ভালদৰে সুস্থ হৈ উঠক। উঠি অহা ডেকা ল'ৰা; এই বয়সতে এইবোৰ কি হৈ গ'ল! পৃথিৱীখন সঁচাকৈয়ে জটিল!

## চৈধ্য

দীপাংক হস্পিটাললৈ অহাৰ এসপ্তাহ পিছতে পৰমা মাষ্টৰৰ মৃত্যু হৈছিল। অত্যন্ত মানসিক চিন্তা, তাতে আকৌ হাই ব্লাড্ প্রেছাৰ। দীপাংকৰ এনেকুৱা অৱস্থাই পৰমা মাষ্টৰৰ একাংগতে নহয় সৰ্বাংগতে স্থবিৰতাৰ বীজ সিঁচি দিলে। তেওঁক যেন আৰু এডাল পেংবাৰিৰ প্ৰয়োজন। কান্দি কান্দি বঙা হোৱা নিৰুপমাৰ চকুহাললৈ মাষ্টৰে চাবলৈ ভয় কৰিলে। মাষ্টৰৰ সংসাৰখনত এয়া কিহৰ জুই জ্বলিছে? নিৰুপমায়ো গিৰিয়েকক নেদেখাকৈ গিৰিয়েকৰ মৃত্যু-মৌন যন্ত্ৰণাকাতৰ বিষণ্ণ মূৰ্তিটোলৈ থৰ লাগি চাইছিল। কাষত পৰি ৰোৱা পেংবাৰিডালৰ দৰে যেন পৰমা মাষ্টৰ নিষ্প্ৰাণ। হতাশাৰ কুঁৱলীয়ে যেন গোটেই মানুহটোকে আচ্ছন্ন কৰি ৰাখিছে।

এদিন সকলোকে অবাক কৰি নাটকীয়ভাৱে পৰমা মাষ্টৰে মৃত্যুবৰণ কৰিলে। নৈৰ ঘাট শূন্য কৰি যেনেদৰে সোণাখাইতীৰ পাকৰি জোপাৰ অস্তিত্ব এদিন নাইকিয়া হৈছিল। কিংকৰ্ত্তব্য বিমূঢ় হৈ নিৰুপমাই স্বৰগ পৰা মানুহৰ দৰে বহু সময় ৰৈ থাকিল—পৃথিৱীখন চক্ৰাকাৰে ঘূৰিবলৈ ধৰিলে। এটা বিকট চিঞৰ মাৰি নিৰুপমা সংজ্ঞাহীন হৈ কটা কলগছৰ দৰে মাটিত বাগৰি পৰিল। গাৱঁৰ মানুহৰ শুশ্ৰূষাত জ্ঞান ফিৰি আহিল। মৃতদেহটো সাৱটি হিয়া ঢাকুৰি কান্দিলে।

ইতিমধ্যে পুখুৰীৰ পাৰত থকা কদম গছজোপা খৰি দিবলৈ মানুহে কাটি বগৰাই দিছিল। সাঙীৰ বাবে বাঁহ কটা হ'ল। গাৱঁৰ মানুহ আহি চোতাল ভৰি পৰিল। সকলোৰে চকুত চকুলো। ইমান আদৰৰ, ইমান শ্ৰদ্ধাৰ পৰমা মাষ্টৰৰ, পৰমানন্দ কাকতিৰ, পৰমা ককাইদেউৰ, মাষ্টৰ ককাইদেউৰ মৃত্যু হ'ল। জীৱনৰ শেষ কালটো এনেদৰে দুখতে শেষ হ'ব, কোনেও ভবা

নাছিল। গাৱঁৰ জীয়ৰী-বোৱাৰী আহি নিৰুপমাক সান্ত্বনা দিলে। অৰ্থহীন নিষ্ফল সান্ত্বনাক অস্বীকাৰ কৰি বাৰে বাৰে স্বামীৰ কাৰণে হাঁহাকাৰ কৰি উঠিল হৃদয়। নিজৰ একমাত্ৰ পুত্ৰ উন্মাদ হৈ চহৰৰ হস্পিটালত—স্বামীৰ এই আকস্মিক মৃত্যু—নিৰুপমাতকৈ দুৰ্ভগীয়া এই পৃথিৱীত কোন আছে? সাবিত্ৰীলৈ খবৰ দিয়া হ'ল। বনগাৱঁলৈ খবৰ দিয়া হ'ল।

মৌলবী শেষ সময়লৈকে শ্মশানত আছিল। দীপাংকৰ অনুপস্থিতিত মাষ্টৰৰ একে বংশৰে আঘোণাৰ মাজু ল'ৰা সত্যই পৰমা মাষ্টৰৰ মুখাগ্নি কৰিলে। আঘোণা, ইন্দ্ৰ, ডিম্বেশ্বৰ, জয়কান্ত, ৰমাকান্ত, কৰিম, ইয়াকুব, নুৰুল সকলো আছিল। গধূলিৰ আগে আগে শ পোৰা শেষ হ'ল। নৈত জোবোৰা মাৰি তিতা কাপোৰেৰে দিহাদিহি ঘৰলৈ গ'ল। কোনেও একো নকলে, অথচ সকলোৱে মনে-প্ৰাণে অনুভৱ কৰিলে—চিৰদিনৰ বাবে যেন কিবা এক দুষ্প্ৰাপ্য বস্তু কালদিয়াৰ বাউলী সোঁতে উটুৱাই লৈ গ'ল—মহাসাগৰৰ গৰ্ভলৈ—যাক সিহঁতে কোনোদিনেই ঘূৰাই পাব নোৱাৰে। কালদিয়া নৈৰ পাৰত, মৰাস্মুঁতিৰ হিজল গছ জোপাৰ তলত পৰমা মাষ্টৰৰ নশ্বৰ দেহা জুইৰ লগত বিলীন হৈ গ'ল।

গা-পা ধুই আকৌ মৌলবী আহিল। নিৰুপমাক সান্ত্বনা দি নিজেও ভাগৰি পৰিল। তেওঁকো যেন আজি এডাল পেংবাৰিৰ প্ৰয়োজন হৈছে। আঘোণা, ইন্দ্ৰ, ৰমাকান্ত আহিল। মণ্ডলনী আহিল। ৰত্নেশ্বৰ মণ্ডলৰ হকা-বধাকো আওকাণ কৰি মণ্ডলনী আহি নিৰুপমাক সান্ত্বনা দিলে—মানুহৰ জীৱনত জন্ম-মৃত্যু আছেই। আমিও এদিন মৰিব লাগিব। সকলো ঈশ্বৰৰে ইচ্ছা। নাকান্দিবি নিৰুপমা—বুলি সান্ত্বনা দি চাদৰৰ আঁচলেৰে মণ্ডলনীয়ে চকুপানী মচিলে।

নিৰুপমাই মণ্ডলনীক ডিঙিত সাৰটি ধৰি হুকুহুকাই কান্দি উঠিল: কিয় এনে হ'ল বাইদেউ? কিয় এনে হ'ল?

মাষ্টৰৰ মৰাশটো থোৱা ঠাই টুকুৰাৰ কাষতে নতুনকৈ ৰোৱা তুলসী পুলিটোৰ কাষতে সন্ধিয়া এগছি বন্তি জ্বলালে। নবকান্ত বায়নে কীৰ্তন-ঘোষাখন মেলি ললে। সুৰ লগাই গালে:

যত দেখা যত শুনা    যতেক মনতে গুণা
সবে মায়াময় স্বপ্ন সম।
সমস্ত জগতে হৰি    জানিবা নিশ্চয় কৰি
গুচায়ো বুদ্ধিৰ ইটো ভ্ৰম ॥······

সঁচাকৈয়ে এই জীৱন, এই সংসাৰ মায়াময় স্বপ্নৰ দৰে। অনিত্য। অসাৰ।

# পোহৰ

পৰমা মাষ্টৰ নোহোৱা উকা শূন্য শূন্য লগা ঘৰখনলৈ এদিন সুস্থ হৈ দীপাংক উভতি আহিল। লগত আহিছিল তাৰ বন্ধু শান্তনু। ডাঃ ৰহমানে চিঠিৰে জনোৱামতে এদিন মৌলবী আৰু ইন্দ্ৰই গৈ লৈ আহিছিল দীপাংকক। দীপাংকৰ বিচনাৰ কাষতে বৈ থকা শান্তনুক প্ৰথমতে মৌলবীয়ে চিনিবই নোৱাৰিলে। মুখ ভৰ্তি ডাঢ়ি-চুলিৰে যে—সাবিত্ৰীৰ বিয়াত অহা এইটো শান্তনু বোপা। পিন্ধনত পায়জামা পাঞ্জাবী, কান্ধত ওঁলোৰি লোৱা বেগ।

শান্তনুক দীপাংকৰ এই অসুখৰ খবৰ এদিন অমৰে দিছিল। তাৰ পিছত সি এনেদৰে মাজে সময়ে হস্পিটালত আহি খবৰ লৈ আছে। ইংৰাজীত এম. এ. পঢ়া বাদ দি ইউনিভাৰ্ছিটিৰ-পৰা গুচি আহিছিল শান্তনু। অভাৱগ্ৰস্ত নিম্ন মধ্যবিত্ত পৰিয়ালৰ ল'ৰা শান্তনু। পিতাক ৰেলৰেৰ কেৰাণী। এদিন শান্তনু সক্ৰিয়ভাৱে জড়িত হৈ পৰিল ৰাজনীতিৰ লগত। "পঢ়ি শুনি এইখন দেশত কি হব, খুব বেছি কোনোবা ভেনছাৰ কলেজ এখনৰ মাষ্টৰ হ'ব পাৰিবি—নহলে ঘোচ্ ঘাচ্ দি কেৰাণী-মহৰী হবি। দিনে দিনে খাদ্য বস্তুৰ দাম—সৰ্বসাধাৰণ ৰাইজে হাঁ ভাত হাঁ কাপোৰকৈ চিঞৰি আছে"—একালৰ বন্ধু দুৰ্গেশ্বৰে এনেদৰে আৰু বহুতো কথা বুজাই কৈছিল। শান্তনুৱে দুৰ্গেশ্বৰৰ কথাবোৰ অস্বীকাৰ কৰাৰ কোনো যুক্তি বিচাৰি নাপালে। সি আকৃষ্ট হ'ল, উৎসাহিত হ'ল। এদিন সক্ৰিয়ভাৱে শান্তনু সোমাই পৰিল ৰাজনীতিত। মৌলবীক দেখা পাই শান্তনুৱে নমস্কাৰ জনালে। তেতিয়াহে মৌলবীয়ে গ'ম পালে ডাঙৰ বাপুৰ বিচনাৰ কাষত ডাঢ়ি-চুলিয়ে ভোবোকাৰ হৈ বহি থকা এইজননো ক'ৰ।

"অ' মৌলবী খুৰা! ইন্দ্ৰ দাইটিও দেখোন!" বুলি একে জাঁপেই চিঞৰি উঠিল দীপাংকই।

মৌলবীয়ে সুধিলে : তই এতিয়া কেনে পাইছ ডাঙৰ বাপু ?

: ভাল পাইছোঁ খুৰা, ঘৰলৈ যাবলৈ মোৰ বৰ মন গৈছে।

: যাবি, যাবি, ডাক্তৰে যদি যাব দিয়ে আজিয়ে বকুলগুৰিলৈ লৈ যাম।

মৌলবীয়ে শান্তনুক বাহিৰলৈ মাতি লৈ গ'ল। দীপাংকৰ দেউতাকৰ মৃত্যু হোৱা সকলো কথাই ভাঙি-পাতি ক'লে। "সি এতিয়ালৈকে দেউতাকৰ মৃত্যুৰ খবৰ পোৱা নাই। তাত গৈয়ে সকলো কম। বোপা, লগতে তুমি গলে ভাল হয়।" বুলি শান্তনুৰ সমৰ্থন বিচাৰিলে। শান্তনুৱে কথাটো চিন্তা কৰি দীপাংকৰ লগত বকুলগুৰিলৈ যোৱাটোকে সিদ্ধান্ত কৰিলে। "খুৰাদেউ, মোৰ অলপ কাম আছে। মই এতিয়া যাওঁ। ডেৰ বজামানত মই আকৌ উভতি আহি এইখিনিতে ওলাম"—বুলি শান্তনু বেগাবেগিকৈ গুচি গ'ল। শেষত দুই বজাৰ গাড়ীতে বকুলগুৰিলৈ যোৱাটো ঠিক হ'ল।

হস্পিটালৰপৰা ওলাই আহি ডাঃ ৰহমানকো মৌলবীয়ে মাত দি আহিল। ৰহমানেও কিবাকিবি উপদেশ দিলে। দীপাংকক কেনেকুৱা পৰিবেশত ৰাখিব লাগিব—পাৰিলে তাক যাতে সি ভাল পোৱা কামত ব্যস্ত ৰাখে—ইত্যাদি কৈ পঠিয়ালে।

ইন্দ্ৰ, শান্তনু আৰু মৌলবী খুৰাকৰ লগত দীপাংক ঘৰলৈ উলটি আহিল। প্ৰয়োজনতকৈ কোনেও বেছি কথা নক'লে।

মাথোঁ মাজে সময়ে শান্তনুৱে মৌলবী খুৰাকক প্ৰশ্ন কৰিছিল—গাৱঁৰ খবৰ কেনে ? মানুহবোৰৰ অৱস্থা কেনে ?

মৌলবীয়ে উত্তৰত কৈছিল—গাৱঁৰ মানুহৰ অভাৱ; খোৱা-লোৱাৰ অভাৱ, ভাত-কাপোৰৰ সমস্যা। সঘনে আজিকালি গাৱঁত চুৰি হয়। পথাৰৰ পকা ধানো চোৰে চুৰি কৰি লৈ যায়। দিন-কাল সকলো গুচিল।—আক্ষেপৰ সুৰত ক'লে মৌলবীয়ে।

: এই সমাজ-ব্যৱস্থাই মানুহক এনে পথলৈ ঠেলি দিছে মৌলবী খুৰা। আমি স্বাধীনতা পালো হয়, কিন্তু অৰ্থনৈতিক স্বাধীনতা

আজিও নাপালো। দেশত আজি জমিদাৰ, পুঁজিপতি, বিদেশী শক্তিৰ অবাধ লুণ্ঠন, অবাধ শোষণ। আমাৰ পূৰ্বপুৰুষৰ ইমান কষ্ট আৰু ত্যাগৰ বিনিময়ত অহা স্বাধীনতাই যে দেশৰ মানুহৰ ভাত-কাপোৰৰ সমস্যাটোকে সমাধান কৰিব নোৱাৰিব এই কথাটো বোধহয় কোনো ভাৰতবাসীয়ে কল্পনা কৰা নাছিল।

শান্তনুৰ কথা শলাগি মৌলবীয়ে ক'লে: হয় বোপা, মহাত্মা গান্ধীৰ ৰামৰাজ্যৰ সপোন সপোন হৈয়ে ৰ'ল। দিনে দিনে তেল-নিমখৰ দাম, কেৰাচিনৰ দাম, কাপোৰ-কানিৰ মূল্য বৃদ্ধি। জানো কি দিন পৰিল বোপা, চয়তানৰে ৰাজত্ব চলিল।

: চাওক মৌলবী খুৰা, আজি হাজাৰ হাজাৰ শিক্ষিত নিবনুৱা, কাৰিকৰী আৰু বৈজ্ঞানিক প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষিত লোকেও চাকৰিৰ-পৰা বঞ্চিত হৈছে। খেতিয়কবিলাকে উৎপাদন কৰা বস্তুকে ধনী মহাজনে কম দামত কিনি আকৌ সেই খেতিয়কৰ মাজতে ভেজাল দি বেছি দামত বিক্ৰী কৰিছে।

শান্তনুৰ কথাবোৰ শুনি ইন্দ্ৰয়ো হয় হয় বুলি সমৰ্থন কৰিলে—"হীৰা-মাণিক থাকে অপাৰ। খুদ নহলে মৰণে সাৰ ॥—পেটৰ ভাতমুঠিহে আচল বস্তু।"

: তই ইমানবোৰ কথা কেতিয়াৰপৰা শিকিলি শান্তনু? কলেজত থকা সময়ততো তই এইবোৰ একো কোৱা নাছিলি? দীপাংকই হাঁহি হাঁহি প্ৰশ্ন কৰিলে।

: তয়ো শিকিব পাৰিবি দীপাংক, বাস্তৱৰ সৈতে যেতিয়া মুখামুখি হবি, তেতিয়াই দেখিবি শোষণ-অন্যায়ৰ মাজত আমি কেনেদৰে বুৰ গৈ আছোঁ। মুষ্টিমেয় এচাম মানুহে দিনে দিনে অৰ্থৰে পুঁজি বান্ধিছে অথচ এইখন দেশত শতকৰা সত্তৰজন মানুহে ভাত-কাপোৰক লৈ হাঁহাকাৰ কৰি ফুৰিছে।

শান্তনুৰ মুখত এই নতুন কথাবিলাক শুনি দীপাংকই উপলব্ধি কৰিলে—শান্তনুৱে যেন সিহঁতৰ দৰে মানুহবোৰৰ দুখৰ কথাকে কৈ আছিছে। সঁচা, সি কোৱা কথাবোৰ সঁচা। সিহঁতৰ আজি

সকলোৰে ভাত-কাপোৰৰে চিন্তা। শান্তনু তেন্তে কিবা ৰাজনীতিত লাগিল নেকি ?

গাওঁৰ বাটেদি সিহঁতক আহি থকা দেখি মানুহবোৰে নঙলামুখলৈ ওলাই ওলাই চালে—এইটো ক'ৰ মানুহ ? পিতাকৰ মৃত্যুৰ সময়ত দীপাংকতো নাছিল—মুখাগ্নি আঘোণাৰ পুতেকেহে কৰিলে। কৌতূহলী দৃষ্টিৰে চাই মানুহবোৰে ফুচ্ ফাচকৈ আকাৰে-ইংগিতে ইজনে সিজনক কিবা ক'লে। ইন্দ্ৰকান্তই মৌলবীৰ মুখলৈ চালে। শান্তনুৱে দীপাংকৰ মুখলৈ চালে। এই মৌন দৃষ্টি বিনিময়ে দীপাংকক কৈ গ'ল—কিবা এটা অঘটন ঘটিছে। তাৰ অসুখ হোৱাৰ কথাটোকে আলোচনা কৰি এনেদৰে কৈছে নেকি ?

দুখুৰি পীৰাত বহি বাঁহৰ দৈ তুলি থকা আঘোণা নঙলা-মুখলৈ ওলাই আহিল। দীপাংকই দূৰৰ্গৰা চিঞৰি ক'লে—"খুৰা মই আহিলোঁ।"

আঘোণাই কি ক'ম কি নক'ম একো বিচাৰি নাপাই সুধিলে—"তই আহিলিয়ে নেকি ?"······আৰু কিবা ক'ব খুজিও আঘোণা ৰৈ গ'ল।

আঘোণা খুৰাকৰ এই আচৰণত দীপাংক আচৰিত হ'ল। "যা যা তই গৈ থাক, মই গৈ আছোঁ"—বুলি আঘোণা ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

কথাবোৰ সাঁথৰ সাঁথৰ লাগিল দীপাংকৰ। মৌলবীৰ মুখলৈ চালে, ইন্দ্ৰ দাইটিৰ মুখলৈ চালে দীপাংকই—চিন্তিত অথচ চঞ্চল মুখমণ্ডল। শান্তনুৰ দৃঢ় কঠিন মুখত কিন্তু সি একো বিচাৰি নাপালে।

নঙলামুখৰ শেৱালি জোপাৰ তলত উকা কপালৰ শুধবগা সেয়া কোন বৃদ্ধা ? হাঁহাকাৰ কৰি উঠিল তাৰ হৃদয়—এই কেই-দিনতে আই বুঢ়ী হৈ গ'ল নে ? তেন্তে···তেন্তে কি দেউতা ঢুকাল ? দুচকুৰে অজানিতে বাগৰি অহা চকুলোবোৰ বাধা নিদিলে নিৰুপমাই। দৌৰি গৈ দীপাংকই মাকৰ ভৰিত সাৱটি ধৰিলে।

"সকলো শেষ হৈ গ'ল ডাঙৰ বাপু"—বুলি হুকহুকাই কান্দি উঠিল নিৰুপমাই। নিৰুপমাই উকা হাতৰ শীৰ্ণ আঙুলিৰে দীপাংকৰ গাত হাত বুলাই দিলে। মাকৰ বুকুৰ মাজত অবুজ শিশুৰ দৰে উচুপি উচুপি কান্দিলে দীপাংকই। এই দৃশ্য দেখি নওলামুখত জুম বান্ধি বৈ থকা বকুলগুৰিৰ ৰাইজে আকৌ অনুভৱ কৰিলে পৰমা মাষ্টৰৰ মৃত্যুৰ বেদনা।

দীপাংকক শান্তনুৱে বুজাই-বঢ়াই কোনোমতে ঘৰৰ ভিতৰলৈ লৈ গ'ল। মৌলবীয়ে নিৰুপমাক আকৌ বুজাই ক'লে—তুমি তাৰ আগত এনেদৰে ভাঙি পৰিলে কেনেকৈ হ'ব; তাক সাহসহে দিব লাগে! অসুখীয়া মানুহ, মনত যদি আকৌ বেয়াকৈ আঘাত পায়!

ঘৰৰ ভিতৰলৈ গৈ মৌলবীয়ে দীপাংকৰ মূৰত হাত ফুৰাই দিলে: দুখ নকৰিবি বোপা, সকলো খোদাৰ ইচ্ছা। যি হ'ব লগা আছে হৈ গ'ল। এই আক্ৰামুদ্দিন মৌলবী জীয়াই আছে। —আবেগ জড়িত কণ্ঠেৰে প্ৰবোধ দিলে। সান্ত্বনা দিলে দীপাংকক।

ইন্দ্ৰই বুজনি দিলে। আঘোণায়ো সান্ত্বনা দিলে।

"জন্ম ললেই মৃত্যু আছেই। এদিনতো আমিও মৰিম। জীৱনৰ বাবে এয়াই সত্য। মানুহ অমৰ হোৱা তই ক'ত দেখিছ? জানো তোৰ দুখ লাগিছে। মৃত্যুৰ সময়ত তই দেউতাৰক দেখা নাপালি বুলি হয়তো তোৰ মনত খেদ বৈ গৈছে। অথচ তইতো জান, মই জন্মৰ লগে লগে মাক হেৰুৱাই পেলাইছিলোঁ।—মাৰ মুখখন কেনেকুৱা আছিল ফটোত নেদেখিলে হয়তো মই কল্পনাও কৰিব নোৱাৰিলোহেঁতেন। এজন পঙ্গু মানুহ এনেকৈ তিলে তিলে যন্ত্ৰণা ভুগি জীয়াই থকাতকৈ মৃত্যুতে তেওঁ নিশ্চয় শান্তি পালে—তাৰ বাবে দুখ কৰি একো লাভ নাই।"—সান্ত্বনা দিলে শান্তনুৱে। দীপাংকক আৰু ক'লে: এইখন দেশত কিমানে যে অকালতে মাক-পিতাকক হেৰুৱাইছে তাৰ জানো হিচাপ আছে? ভেজাল খাদ্য খাই, আদৃবয়সতে অচিন বেমাৰ লৈ মৃত্যু বৰণ কৰে—

সিহঁতবোতো কোনোবা দুৰ্ভগীয়া স্ত্ৰী-পুত্ৰ আছে। তইতো এতিয়া সকলো বুজা হৈছ।

শান্তনুৰ কথা শুনি দীপাংকৰ কান্দোন বন্ধ হৈছিল। মাথোঁ চকুলোৰে সিক্ত দুটি নয়নত জিলিকি উঠিল পেংবাৰি লৈ থকা পিতাক পৰমানন্দ মাষ্টৰৰ বিষন্ন-কৰুণ মুখখন।

দীঘল হুমুনিয়াহৰ তপত উশাহেৰে গোটেই কোঠাটো ভৰি উঠিল।

গোটেই ৰাতিটো কাৰো শোৱা নহ'ল। অসহায় শিশুৰ দৰে ফেঁকুৰি উঠা পিতৃহাৰা দীপাংকৰ উচুপনিত সাৰে থাকিল বিধবা নিৰুপমা। শান্তনুৰো শোৱা নহ'ল। যন্ত্ৰণাত ভাঙি পৰা বেদনাহত দুটা মানুহক একেলগে সি সান্ত্বনা দিছিল—বুজনি দিছিল: জীৱনত জন্ম-মৃত্যু আছেই মাহীদেউ, ঘাত-প্ৰতিঘাতো আছে। বাস্তৱৰ সৈতে আমি সন্মুখীন হবই লাগিব—লাগিলে বাস্তৱ যিমানেই ভয়ংকৰ নহওক।······মাহীদেউ, মই এইবাৰ দীপাংকক চহৰলৈ লৈ যাম বুলি ভাবিছোঁ। সি ইয়াত এনেয়ে থাকি কি কৰিব? সি ছবি অঁকা মানুহ—ছবি আঁকি ভাল পায়। দুই-এখন চাইন-ব'ৰ্ড, পোষ্টাৰ লিখি-মেলিয়ে কিবা এটা কৰি থাকিব। এনেয়ে ঘৰত বহি থকাতকৈ সি ভাল্ পোৱা কাম এটাকে কৰিব।

: জানো বোপা, সিহে জানে কি ভাল কি বেয়া। পিতাকতো সিপাৰ হ'লেই, ময়ো কেতিয়া যাওঁ ঠিক নাই।—হতাশভাৱে ক'লে নিৰুপমাই।

: মই এতিয়া তাক নিনিওঁ; কেইদিনমান ইয়াতে থাকক। ঘৰ-চৰ এটা ঠিক কৰি মই যিমান পাৰোঁ সিমান সোনকালে লৈ যাম। এই বিষয়ে মই মৌলবী খুৰাৰ লগতো আলোচনা কৰিছোঁ। এই পৰিবেশত থাকিলে হয়তো সি আকৌ মানসিক-ভাৱে কষ্ট পাব। নিজৰ হাতৰ বিদ্যাৰে সি পাৰে যদি কিবা এটা কৰক। ময়ো যিখিনি পাৰোঁ সহায় কৰি দিম।—শান্তনুৱে ক'লে।

শান্তনু পিছদিনাখন তুপৰীয়া ভাত-পানী খাই গুচি আহিল। আহিবৰ সময়ত সি দীপাংকক আকৌ কৈ আহিল ঃ আজিৰপৰা তয়ে এইখন ঘৰৰ দায়িত্ব ল'ব লাগিব। পলায়নবাদী মন লৈ কেৱল কল্পনাক লৈ মানুহ জীয়াই নাথাকে। বাস্তৱৰ সৈতে সংগ্ৰাম কৰাতহে মানুহৰ মহত্ত্ব বিকশিত হয়। তই ছবি অঁকা মানুহ—আজিকালি টাউন-চহৰত ভাল চাইনব'ৰ্ড লিখিব পৰা মানুহৰ দাম আছে। ভাল শিল্পীৰ সমাদৰো আছে—যদিও মুষ্টিমেয় এচাম মানুহে তোৰ প্ৰতিভাক স্বীকৃতি দিব। মোৰ বিশ্বাস তয়ো তেনে কিবা এটা কৰি ঘৰখন চলাই থাকিব পাৰিবি। আৰু ঘৰ বুলিনো কি, অকল মাহীদেউহে। আচল কথা হ'ল মনৰ দৃঢ়তা—তোৰ একো নাই বুলি, একো নহ'ব বুলি হতাশাত ভাঙি পৰিলে কেনেকৈ হ'ব—ধৈৰ্য্য আৰু আত্মবিশ্বাসক বিশ্বাস কৰিবলৈ শিক।

শান্তনু গুচি আহিছিল বকুলগুৰিৰপৰা।

শান্তনু যোৱাৰ পিছত ইমান পৰে পাহৰি থকা দেউতাকৰ স্মৃতিয়ে দীপাংকক আকৌ ভাৱাক্ৰান্ত কৰি তুলিলে। মাকে নেদেখাকৈ চকুলো মচিলে।

বিধবা মাকৰ উকা কপালখন, পিৰালিত অনাদৃত হৈ পৰি থকা দেউতাকৰ পেংবাৰিডাল তাৰ চকুৰ আগত ভাঁহি উঠিল। ······মাকৰ সেন্দূৰৰ দগ্‌মগ্‌ দগ্‌মগ্‌ কৰে ৰঙা ফোঁটটোৰ দৰে চাগে দেউতাকৰ চিতাৰ জুইকুৰা জ্বলিছিল! নৈৰ পাৰৰ পলাশৰ ফুলৰ দৰে, মদাৰৰ ফুলৰ দৰে—ৰঙাকৈ।

শান্তনু আলি কেঁকুৰিত হেৰাই গ'ল। দীপাংকৰ কাণত তেতিয়াও বৈ বৈ বাজি আছিল শান্তনুৱে কোৱা কথাবোৰ।—বাস্তৱ যিমানেই ভয়ংকৰ নহওক সি তাৰ সন্মুখীন হ'ব। সমস্ত দুখ, গ্লানি, বেদনাই এক প্ৰচণ্ড ক্ৰোধলৈ ৰূপান্তৰিত হ'ল। আবেগত, উত্তেজনাত এটা খঙাল কান্দোনৰ শিহৰণ ডিঙিলৈ উঠি আহিল। চল্‌চলীয়া চকু দুটিৰপৰা, শেৱালি ফুলৰ পাহিৰপৰা সৰি পৰা নিয়ৰৰ দৰে দুটোপাল চকুপানী আহি তাৰ ভৰিত পৰিল।

## ষোল

মাক নিৰুপমাৰ চৰণ দুখনি চকুলোৰে তিয়াই, মৌলবী খুৰাকৰ আশীৰ্বাদ লৈ, আঘোণা, ডিম্বেশ্বৰ, ইন্দ্ৰ দাইটিৰ অলেখ চিনাকি মুখ, কালদিয়া নৈ, নৈৰ সোণাখাইতী ঘাটৰ দৰে চিনাকি গাওঁখন এৰি দীপাংকই এইখন চহৰলৈ গুচি আহিছিল।

বিদায়ৰ মুহূৰ্তত মাকৰ বোবা চাৱনিয়ে যেন তাক ৰিঙিয়াই কৈছিল—জীৱন যুঁজত তই জয়ী হবি। মূৰত হাত বুলাই মৌলবী খুৰাকে কৈছিল—"তই একো চিন্তা নকৰিবি, মই আছোঁ, আঘোণা-ইন্দ্ৰহঁত আছে। মাৰৰ কাৰণে তই একো চিন্তা নকৰিবি; চিঠি-পত্ৰ দি থাকিবি।"

দীপাংক গুচি আহিছিল জীৱিকাৰ সন্ধানত আজিৰ এইখন চহৰলৈ। বন্ধু শান্তনুৱে এই গলিৰ ভাৰাঘৰটো তাৰ বাবে ঠিক কৰিছিল। আচলতে ঘৰটো ভাৰা লৈছিল শান্তনুৱে। মাজে সময়ে সি আহে। কেতিয়াবা লগত দুই-এজন অচিনাকি মানুহ আহে। শান্তনু কেতিয়া কোন সময়ত আহে ঠিক নাই। কেতিয়াবা ৰাতি দুপৰতো আহে, তাক জগায়; চৰুত ভাত থাকিলে খায়, নাপালে মাটিৰ কলহটোত থকা টেপৰ পানী এগিলাচ খাই শুই থাকে। শান্তনুৰ এই অদ্ভুত কাণ্ড-কাৰখানাবোৰ দীপাংকৰ প্ৰথমতে সাঁথৰ সাঁথৰ লাগিলেও পিছত সি বুজি পাইছিল। শান্তনু তলে তলে শ্ৰমিক সংগঠনৰ লগত জড়িত। তাক বিচাৰি কেতিয়াবা কাৰখানাৰ শ্ৰমিক আহে, গাড়ীৰ ড্ৰাইভাৰ-হেণ্ডিমেন আহে। দীপাংকক শান্তনুৰ কথা সোধে। শান্তনুৰ অভিভাৱকৰ দৰে উপদেশ, পৰামৰ্শ আৰু উদাৰ অমায়িক বন্ধুত্বৰ সংগই দীপাংকৰ হতাশাক বহু পৰিমাণে দূৰ কৰিলে।

দীপাংকৰ উপাৰ্জন ভালেই হৈছিল। মাজে সময়ে দুই-এক পইচা মাকলৈও পঠাব পৰা হ'ল। চাইনব'ৰ্ড লিখা, পোষ্টাৰ

লিখা, বিয়াৰ গেট বনোৱা ইত্যাদি সৰু-সুৰা কাম তাৰ হাতলৈ আহিল। জিলা পুথিভঁৰালত হোৱা কেইবাখনো সংগীত সন্ধিয়া, থিয়েটাৰৰ বেনাৰ, পোষ্টাৰ আদি লিখিও সি ইতিমধ্যে ভাল আখৰ লিখে বুলি জনাজাত হৈছে। ঘৰতে বহি প্ৰায়ভাগ কাম কৰে—প্ৰয়োজন হ'লে বাহিৰলৈ যায়।

শান্তনুৰ ওচৰত সি সঁচাকৈয়ে কৃতজ্ঞ। সি এনেদৰে সহায় নকৰা হ'লে দীপাংকই হয়তো বকুলগুৰি গাৱঁতে ভেকুৰা লাগি পৰি থাকিব লগা হ'লহেঁতেন। শান্তনুৱে তাক সদায় উৎসাহ দি আহিছে। সি অঁকা ছবিবোৰ চাই সমালোচনা কৰে, মন্তব্য দিয়ে: চিত্ৰ-কলা-সাহিত্য যিমানেই বাস্তৱমুখী হয় সিমানেই জনসাধাৰণক আকৃষ্ট কৰিব। মানুহৰ জীৱনৰ সংঘাত, দুখ-দৈন্য, সংগ্ৰামক সজীৱ ৰূপত অংকিত কৰিব পৰাটোহে আচল কথা। এই নগৰৰ অলিয়ে-গলিয়ে বাস কৰা অজস্ৰ মানুহৰ মাজত, তই এৰি অহা বকুলগুৰিৰ মানুহৰ মাজতে, তোৰ আৰ্টৰ উৎস বিচাৰি পাবি।

শান্তনুৰ মুখৰপৰা সি বহুত কথাই শুনিছিল। বহুত কথাই বুজাই কৈছিল তাক—কিয় তই জানো কোৱা নাছিলি দীপাংক, নেহৰুৰ শোকসভাৰ দিনাখন তহঁতৰ বকুলগুৰিৰ নামঘৰৰ প্ৰাঙ্গনতে ৰৌশনাৰাই কোৰাণ পাঠ কৰাৰ কথা? কিন্তু তহঁতৰ বিয়াত মৌলবী খুৰা মুছলমান কাৰণে—মৌলবী খুৰাৰ ছাঁটোক লৈয়ে কত ঘটনা ঘটি গ'ল। মানুহৰ দুটাই জাত—এটা শোষক আনটো শোষিত। অথচ আমাৰ দেশত ধৰ্ম, ভাষা, সম্প্ৰদায়ক লৈ সংঘৰ্ষ হয়—ৰক্তপাত হয়। কিয় তোৰ জানো মনত নাই, বগৰিগুৰিত ব্ৰাহ্মণ আৰু কলিতাক লৈ হোৱা সাম্প্ৰদায়িক সংঘৰ্ষৰ কথা? আমি আবেগিক উত্তেজনাৰ বশবৰ্তী হৈ জীৱনৰ আচল সমস্যাটোকে পাহৰি যাওঁ।

: ইয়াৰপৰা কাৰ কি লাভ হয় শান্তনু? শুই শুয়ে প্ৰশ্ন কৰিলে দীপাংকই।

: লাভ হয়, মুষ্টিমেয় এচাম মানুহে মানুহৰ মাজত জাতি, ধৰ্ম, বৰ্ণ, ভাষাক লৈ বিভেদৰ বীজ সিঁচি দি শোষিত মানুহক এক হ'ব নোৱাৰাকৈ ৰাখে । এনেদৰে ৰখাত সিহঁতৰ স্বাৰ্থ আছে । আজি তহঁতৰ দৰে অজস্ৰ বকুলগুৰি, শিঙিমাৰি, ৰামপুৰ, বনগাৱঁৰ খেতিয়ক ৰাইজক শোষণ কৰি, কাৰখানাৰ শ্ৰমিকক প্ৰাপ্যৰপৰা বঞ্চিত কৰি, চাহ বাগানৰ বনুৱাক ফাকি দি কৌটি কৌটি টকাৰ মালিক হৈছে—কল-কাৰখানাত নিত্য প্ৰয়োজনীয় বস্তুৰ লগতে এজন মানুহে এটা বেজীৰপৰা উৰা-জাহাজলৈকে তৈয়াৰ কৰে । দেশৰ খেতিৰ উপযোগী মাটিৰ শতকৰা চল্লিশ ভাগেই আজি জমিদাৰৰ হাতত ; অথচ প্ৰকৃত খেতিয়কে আজি মাটিৰ বাবে হাঁহাকাৰ কৰি ফুৰিছে । দেশৰ আইন-আদালত আজি ধনিক শ্ৰেণীৰ স্বাৰ্থত ব্যৱহৃত হৈছে ।—চাওঁ চিগাৰেটটো দে এইফালে ।

: হোঁ ল, চাৰমিনাৰকেইটা বৰ কাঢ়া ।

: দে, আচল কথা, গোটেই সমাজ-ব্যৱস্থাটোকে পৰিবৰ্তিত কৰিব লাগিব । গাৱঁৰ দুখীয়া খেতিয়ক, কল-কাৰখানাৰ শ্ৰমিক-বনুৱা একেলগ হলেহে কিবা এটা হ'ব । তাৰ বাবে সংগঠনৰ প্ৰয়োজন ।

: সংগঠন কৰিলোঁ দে, তাৰ পিছত কি হব ?

: ৰ, একেদিনাই সকলো নহয় । ভুকুতে কল নপকে । জমিদাৰ-পুঁজিপতি শ্ৰেণীয়ে যে দেশৰ কৌটি কৌটি মানুহক ছল-চাতুৰীৰে ইমানদিনে ঠগ-প্ৰবঞ্চনা কৰি আহিছে আৰু একো নকৰাকৈ যে অইনৰ পৰিশ্ৰমৰ ওপৰত গঙ্গাটোপৰ দৰে ঠেঙৰ ওপৰত ঠেং তুলি তিনি টকালি মাৰি খাই আছে, এই যে সিহঁতৰ অন্যায় শোষণ—এইবিলাকৰ বিৰুদ্ধে জনসাধাৰণক সচেতন কৰিব লাগিব । জাগ্ৰত কৰিব লাগিব ।

: ধেৎ চালা—ইমান মহ ! খিৰিকীখন জপাই দিওঁ দে, ড্ৰেইনৰপৰা পচা গোন্ধ আহিছে ।

ঃ দে। তোৰ আমনি লাগিছে নেকি মই বক্তৃতা দিয়াৰ বাবে ? চাবি আকৌ টোপনিৰ কথা পাহৰি যাবি।

ঃ ঠাট্টা কৰিব নালাগে দে। মই সঁচাকৈয়ে শুনি আছোঁ। তই কৈ যা।

ঃ তইতো এতিয়া নিজেই উপলব্ধি কৰিব পাৰিছ এমুঠি ভাতৰ বাবে আজি গাৱেঁ গাৱেঁ হাঁহাকাৰ। এটুকুৰা কাপোৰ, এমুঠি ভাতৰ বাবে আজি বকুলগুৰিৰ ডিম্বেশ্বৰ, ৰমাকান্ত, ইন্দ্ৰ দাইটিৰ দৰে মানুহবোৰে জীয়াই থকাৰ নামত কপালৰ ঘাম মাটিত পেলাই— আমঠু ক'লা কৰি সংগ্ৰাম কৰিব লগা হৈছে। বকুলগুৰিৰ পৰমা মাষ্টৰেও এদিন জীয়াই থকাৰ বাবে সংগ্ৰাম কৰিব লগা হৈছিল। আজি তই নিজে জীয়াই থকাৰ বাবে এমুঠি ভাত, এটুকুৰা কাপোৰৰ বাবে এনেদৰে চহৰৰ এই অন্ধগলিত জীৱন কটাব লগা হৈছে। তই ভাল ছবি আঁক, তোৰ প্ৰতিভা আছে; কিন্তু তোৰ দাম নাই। এই সমাজ-ব্যৱস্থাত প্ৰতিভা, শ্ৰম, শিক্ষা, দীক্ষা, অৰ্হতাৰ দাম নাই। কিন্তু আমি বৈ থাকিলে জানো হ'ব ? সময় নৰয়, নৈৰ দৰে বৈ থাকিব তাৰ পৰিবৰ্তনৰ গতিৰে, উঠা-নমা, একা-বেঁকা গতিৰে।—শান্তনুৰ উজ্জ্বল তীব্ৰ চাৱনিত দীপাংকই বিচাৰি পালে জীৱনৰ নতুন অংগীকাৰ। জীয়াই থকাৰ নতুন প্ৰত্যয়।

ঃ চা দীপাংক, কাৰোবাৰ মৃত্যুত, কাৰোবাৰ বিয়োগত পৃথিৱীৰ চিৰন্তন গতিটো কেতিয়াও স্তব্ধ নহয়। তোৰ দেউতাৰৰ মৃত্যু হ'ল। কিন্তু তোৰ জীৱন-প্ৰবাহৰ গতি জানো দেউতাৰৰ মৃত্যুৱে ৰোধ কৰিব পাৰিলে ?

ঃ শান্তনু, তই এইবোৰ কি কৈছ ?

ঃ সঁচা দীপাংক, জীৱনৰ সামগ্ৰিক গতিটো কাৰোবাৰ জন্ম-মৃত্যুক লৈ ব্যস্ত নহয়। ব্যস্ত সময় আৰু বাস্তৱৰ সৈতে। তই হতাশ নহবি—দ্বন্দ্বৰ মাজেদিয়ে সৃষ্টিৰ বিকাশ হয়। বহু কথা ক'লোঁ, এতিয়া শুই থাকো দে। ৰাতিপুৱাই এঠাইত যাব লগা আছে।

দীপাংকই বহু কথাকে চিন্তা কৰিলে। শান্তনু কেতিয়াবাই টোপনি গ'ল। টোপনিত নাক বজাই শুই আছে। বাৰে বাৰে তাৰ মনত পৰিল দেউতাকলৈ। বিধবা মাকলৈ। বাহিৰলৈ ওলাই আহি দুবাৰ দুটা বিৰিও হুপিলে। গৰমটোও অসহ্য লাগিছে। নানা দুশ্চিন্তাই তাক গোটেই ৰাতি জুমুৰি দি থাকিল। ভালদৰে সি টোপনি যাব নোৱাৰিলে—ছট্‌ফটাই থাকিল।

দীপাংক কেতিয়াবাই বাহিৰলৈ ওলাই গ'ল। সি সাব পালে। এটা চঞ্চল অশান্ত ৰাতিৰ বিৰক্তি, ক্লান্তি, ব্যৰ্থতাৰ এখন বিশৃঙ্খল স্কেচ্ছ্‌ তাৰ সমগ্ৰ মুখমণ্ডলতে জিলিকি উঠিছিল। শান্তনুৰ কথাবোৰ শুনি যোৱা ৰাতি সি বহুতো কথাকে চিন্তা কৰিলে। অনিশ্চিত ভৱিষ্যতৰ আশা-নিৰাশাৰ মাজত দুলি আছিল সি গোটেই ৰাতিটো। পিতাকৰ স্মৃতিয়ে, মাকৰ কৰুণ চাৱনিয়ে কালি গোটেই ৰাতিটো তাক খেদি ফুৰিলে। অথচ তাৰ বাবে আছিল এটা গতানুগতিক ৰাতি—প্ৰাত্যাহিক জীৱন-যাত্ৰাৰ সুনিশ্চিত সত্য।

ৰাতিৰ পিছত দিন, আকৌ ৰাতি। এনেদৰে আৰম্ভ হৈছিল দীপাংকৰ জীৱন। এই চহৰৰ ব্লেকাৰ, পকেটমাৰ, মদৰ বেপাৰী, বেশ্যা, ৰিক্সাৱালাৰে ভৰ্তি এই অন্ধ, দুৰ্গন্ধময় গলিৰ মাজত আৰম্ভ হৈছিল শিল্পী দীপাংকৰ নতুন জীৱন। শান্তনুৰ ৰাজনৈতিক জীৱন। শান্তনুৱে দীপাংকক মদ খাবলৈ মানা কৰিছিল যদিও মদ খোৱাটো তাৰ অভ্যাসৰ দৰে হৈছিল। সি থাকিলে অৱশ্যে আজিকালি তেনেদৰে মদ নাখায়। কিন্তু শান্তনুনো ঘৰত থাকে কিমান পৰ? অকলশৰীয়া হ'লে ঘৰটো শূন্য শূন্য লাগে। দেউতাকৰ কথা মনত পৰে। বিধবা মাকৰ কথা মনত পৰে। মনটো তাৰ বেয়া লাগে। মাজে মাজে মদ খায়। হ'লেও সি আগৰ দৰে বস্তীৰ জুপুৰীত সোমাই গিলাচৰ পিছত গিলাচ মদ নাখায়।

এপ্ৰিল মাহৰ গোমা গধূলি এটাত দীপাংকই চহৰত অলপতে হ'ব লগা বিশেষ প্ৰদৰ্শনী এখনৰ বাবে বহু দামী, বহু টকা খৰচ

কৰি তৈয়াৰ কৰা ‘গেট’খনত নিয়ন লাইটৰ উজ্জ্বলতাৰ লগত মিলি যোৱাকৈ নিজস্ব শৈলীৰে আৰ্ট কৰি উভতি আহিছিল। ইতিমধ্যে শিল্পী হিচাপে দীপাংক চহৰত পৰিচিত হৈছে।

শান্তনু ৰাতিপুৱাই কান্ধত কাপোৰৰ বেগখন লৈ ওলাই গৈছিল। যোৱাৰ সময়ত তাক কৈ গৈছিল—সি উভতি আহোঁতে দেৰি হ’ব। অসুবিধা হ’লে নাহিবও পাৰে।

নগৰৰ এটা ব্যস্ত আৰু জনবহুল অঞ্চলৰ মাজেদি যোৱা ৰাস্তাৰ দুয়ো কাষে থকা শাৰী শাৰী অট্টালিকাৰপৰা বিভিন্ন ৰঙৰ উজ্জ্বল পোহৰ আহি গোটেই ঠাই টুকুৰা পোহৰাই ৰাখিছিল। ৰিক্সা, মটৰ, অ’টো, মানুহ, মানুহৰ প্ৰয়োজনীয় অপ্ৰয়োজনীয় ব্যস্ততাখিনিৰ প্ৰতি দীপাংকৰ মন বিৰক্তিৰে ভৰি উঠিল। হঠাৎ পেংবাৰিত ভৰ দি এজন বৃদ্ধ তাৰ গাৰ কাষেদি পাৰ হৈ গ’ল। বিতচকুৰ মাজেদি সৰকি অহা বৃদ্ধৰ অসহায় কৰুণ চাৱনিটোৱে দীপাংকক শিপাৰ গভীৰলৈ জোকাৰি গ’ল। সোঁৱৰণী ভগ্নস্তূপত জিলিকি উঠিল আৰু এখন মুখ—পঙ্গু পৰমা মাষ্টৰৰ বিষণ্ণ মুখ।

ৰেলৱে ক্ৰছিংটো পাৰ হৈ আহি সি আকবৰ মিঞাৰ দোকানৰ-পৰা কণী দুটা, এপেকেট চাৰমিনাৰ আৰু এটা জুইশলা কিনিলে। কাষৰ প্ৰকাণ্ড ৰেলৱেৰ গুদামটোৰ পাছফালে থকা মানুহখিনিৰ শ্লীলতাৰে প্ৰকাশ কৰিব নোৱাৰা চিঞৰ-বাখৰ, টিনৰ পাত্ৰবোৰত ফটা টায়াৰেৰে ৰন্ধা তৰকাৰীৰ গোন্ধ, নৰ্দমাৰ অসহ্যকৰ গোন্ধ উৰি আহি তাৰ নাকত লাগিল। প্লেটফৰ্মৰ পকী বেঞ্চখনত বহি তিৰোতা এজনীয়ে কেট্ কেট্ কৰে ক’লা কেঁচুৱা এটিক শুকান স্তন দুটি মুখত গুজি দি, বাদামৰ বাকলি গুচাই আকৌ বাদাম খোৱাত ব্যস্ত হ’ল। তিৰোতা গৰাকীৰ ওখ হৈ উঠা তলপেটটোৱে যেন দেহৰ তেজ-মঙহ সকলোবোৰ শুহি নিছে। হয়তো এটা পিতৃয়ে অপৰিচিত সন্তানক গৰ্ভত স্থান দিছে। পেটটোৰে সৈতে

তাইৰ বুকুৰ কামিহাড়বোৰ শীতকালৰ কালদিয়া নৈৰ বালিচৰৰ দৰে লাইটৰ পোহৰত উজ্জ্বল হৈ জিলিকি আছে।

বিৰক্তিথিনি আঁতৰাবলৈ এটা চিগাৰেট জ্বলাই দীপাংকই খোজ ললে সি থকা গলিৰ ভাৰাঘৰলৈ। চিগাৰেটৰ পেকেট, জুইশলাৰ বাহ আৰু খুচুৰা পইচাৰ মাজৰপৰা খেপিয়াই খেপিয়াই পকেটৰপৰা চাবিপাট উলিয়াই দুৱাৰখন খুলি দিয়াৰ লগে লগে কেৰ্ কেৰাই উঠা শব্দটোত সি অস্বস্তি অনুভৱ কৰিলে। ভঙা চিমনিটো আলফুলে গুচাই লেম্পটো জ্বলালে। দুৱাৰখন বন্ধ কৰিবলৈ গৈ দেখে—দুৱাৰমুখত পৰি আছে তাৰ ঠিকনাত লিখা চিঠিৰ খামটো। উৎকণ্ঠাৰে খুলি চালে দীপাংকই।

কল্যাণীয় দীপ,……

তাৰ হাতখন থৰ্ থৰকৈ কঁপিব ধৰিলে। গোটেই গাটো ৰোমাঞ্চিত হৈ উঠিল। এয়া বিনন্দই কি লিখিছে—মৌলবী খুৰা ঢুকাল।—তই পাৰ যদি এপাক আহি যাবি। খুৰীদেৱেও তোক যেনে তেনে আহি যাব কৈছে। তাৰ আৰু পঢ়াৰ ধৈৰ্য্য নহ'ল। মৌলবী খুৰা ঢুকাল! এয়া কি লিখিছে বিনন্দই? সৰ্ সৰকৈ বৈ পৰা চকুৰ পানীৰে চিঠিৰ চিয়াঁহীৰ আখৰ বিয়পি গ'ল। চিঠিত লিখা মৌলবী খুৰা শব্দকেইটা চকুৰ পানীত হেৰাই গ'ল। সঁচাকৈয়ে সি আজি পিতৃহাৰা হ'ল।

……গোটেই ৰাতিটো সি ছট্ ফটাই থাকিল। তাৰ চকুৰ আগত বাৰে বাৰে ভাঁহি উঠিল এই নগৰীৰপৰা সাতচল্লিশ মাইল দূৰৰ বকুলগুৰি গাৱঁৰ ছবি। পৰমা মাষ্টৰ, আক্ৰামুদ্দিন মৌলবীৰ ছবি। বকুলগুৰিৰ অজস্ৰ কাঙালৰ বিবৰ্ণ মুখৰ ছবি।

……ডাষ্টবীন, ড্ৰেইন, অ'ভাৰ ব্ৰীজ, প্লেটফৰ্ম, কুকুৰ, মানুহ, বেশ্যা, কাউৰী—এনেদৰে যেন হাজাৰ বছৰ ধৰি এই আবৰ্জনাৰ মাজত জীয়াই আছে। পৃথিৱীখনত জুই লাগিছে। বিচনাৰপৰা

উচুপি উচুপি উঠি আহিল দীপাংক । হাতত তুলি ললে তুলিকা-ডাল । এটাৰ পিছত এটাকৈ ৰঙৰ ঢাকনি গুচাই গ'ল দীপাংকই ।

……এটা সময়ত বগা আৰ্ট পেপাৰখনৰ বুকু ভৰি উঠিল—চিৰপৰিচিত ফুটপাথ, ষ্টেচন, অ'ভাৰ ব্ৰীজৰ তলৰ সেইজাক মানুহৰ প্ৰতিচ্ছবিৰে । ভৰি উঠিল পেংবাৰি লোৱা পৰমা মাষ্টৰৰ অসহায় চাৱনিৰে, মাক নিৰুপমাৰ শূন্য উদাস দৃষ্টিৰে, শিশুৰ দৰে মুখত লাগি থকা হাঁহিটোৰে মৌলবী খুৰাৰ প্ৰফুল্লতাৰে ।

……ডাষ্টবীনৰ কাষত দেখা মাকৰ দৰে বেশ্যাজনীৰ অৰ্দ্ধ উলঙ্গ দেহটোৰে ভৰি উঠিল আৰ্ট পেপাৰৰ বুকু । হাজাৰ বছৰ ধৰি হাজাৰ ক্ষোভত সিহঁতে যেন চিঞৰি আছে । জঁকাৰ দৰে সিহঁতৰ চেহেৰা । মাকৰ মুখৰ দৰে দেখা তিৰোতাজনীয়ে যেন ডাষ্টবীনৰ কাষত আঁউজি যন্ত্ৰণাত চিঞৰি আছে । অলপ পিছতে তাই এটা সন্তানৰ জন্ম দিব । শুকান স্তন দুটিত ক'ৰবাৰপৰা উৰি আহি দুটা ভেনা মাখিয়ে জিৰণি লৈছে । ক্ৰুদ্ধা বাঘিনীৰ দৰে তাইৰ দুচকুত হিংস্ৰতা । অলপ পিছতে জন্ম হ'ব লগা জাৰজ সন্তানটোৰ কান্দোনৰ বাবে যেন তাই উৎকণ্ঠাৰে ৰৈ আছে । ওচৰত ৰৈ এটা ফপৰা কুকুৰে নেজডাল জোকাৰি পৰম তৃপ্তিত হাড় কামুৰিছে । এখন ক'লা নোমাল ভয় লগা হাঁতোৰাৰ জোঙা নখৰ আগেদি টপ্‌টপকৈ ৰঙা তেজ বৈ আহিছে । সি তেতিয়া ছবি অঁকাত ব্যস্ত ।

বাহিৰত পুৰতি নিশাৰ ৰেলৰ উকিটো আহি তাৰ কাণত পৰিল । অলপ পিছতে দুৱাৰত নক্ কৰিলে শান্তনুৱে । মাজে সময়ে এইখিনি সময়তে শান্তনু পুৰতি নিশাৰ ৰেলত উভতি আহে । আজিও আহিল । ইমান দেৰিলৈকে উজাগৰে থাকি দীপাংকই ছবি অঁকা দেখি আচৰিত হ'ল শান্তনু । চকুৰে-মুখে তাৰ ফুটি উঠিছে আক্ৰোশ, আক্ষেপ আৰু কিবা এটা হেৰুওৱাৰ বেদনা ।

: দীপাংক, তই শোৱা নাই ? কান্ধৰপৰা মোনাখন বিচনাত থলে শান্তনুৱে । "চাওঁ চিগাৰেট এটা দে । কি হ'ল তই যে

একেবাৰে চুপ্ হৈ ৰ'লি ? শিল্পী মানুহ, কেতিয়া কি মুড আছে আমিনো কি জানো !"

দীপাংকই হাতত লোৱা তুলিকাৰে আঙুলিয়াই দিলে কেন্‌ভাছত আধা অঁকাকৈ ৰোৱা ছবিখনলৈ। মৌনভাবেই তুলি দিলে আঘোণা খুৰাকৰ পুতেক বিনন্দই দিয়া চিঠিখন। শান্তনুৱে যন্ত্ৰবৎ চিঠিখন হাৰিকেনৰ অনুজ্জ্বল পোহৰত পঢ়িলে............

: কি হ'ল অ' মৌলবী খুৰাৰ ? চকুপানী পৰি উৰঁলি যোৱা চিঠিখন পঢ়াত স্বাভাৱিকতে কষ্ট হৈছিল শান্তনুৰ। "মৌলবী খুৰাও ঢুকাল শান্তনু"—বুলি দীপাংক মৌন হৈ ৰ'ল।

: সঁচা ? শান্তনু শিলপৰা কপৌৰ দৰে স্থবিৰ হৈ ৰ'ল।

দীপাংকই হাতৰ তুলিকাডাল লৈ আকৌ ওচৰ চাপি গ'ল আধা অঁকা ছবিখনৰ ওচৰলৈ। বহু সময় একেথৰে, অপলক দৃষ্টিৰে চাই ৰ'ল—ফুটপাথ, পেংবাৰি লোৱা বৃদ্ধ, অনাহাৰী অৰ্দ্ধ উলঙ্গ শিশু, স্ফিতোদৰা বেশ্যাৰ ম্লান বিবৰ্ণ মুখত জিলিকি উঠা অগ্নিময় প্ৰজ্জ্বোল দৃষ্টি.........

: দীপাংক !

: হুঁ !

: তোৰ ছবিখন অঁকা শেষ হ'লনে ?

: হোৱা নাই।

: শুন, এই চহৰৰ, বকুলগুৰিৰ, এইখন দেশৰ অজস্ৰ যন্ত্ৰণা-কাতৰ, শোষণ জৰ্জৰিত মানুহৰ প্ৰতিবাদৰ কঠিন মুষ্টিবদ্ধ হাতবোৰো তাত আঁকিবি—আৰু এটা নতুন প্ৰভাতৰ সূৰ্য্য।

: আঁকিম শান্তনু, অঁাকিম। মিঠা বতাহেৰে ভৰা বৰগীতৰ সুৰত ভাঁহি অহা গাৱঁৰ সোণালী ৰাতিপুৱা—সূৰ্য্যোদয় আমি বহুদিন দেখা নাই। সেই সূৰ্য্যৰ পোহৰে পঙ্গু দেউতাৰ দৰে অজস্ৰ মানুহৰ মুখত আশাৰ জ্যোতি সানি দিব। দেউতাৰ শ্মশানত জ্বলা ৰঙা জুইৰ দৰে, মাৰ উকা কপালৰ সেন্দূৰৰ

ফোঁটটোৰ দৰে, শিশুৰ দৰে মুখত লাগি থকা মৌলবী খুৰাৰ হাঁহিৰ দৰে উজ্জ্বল ৰঙেৰে সেই সূৰ্য্যৰ ছবি আঁকিম।

ঃ আঁকিবি দীপাংক, শোষণ-দৰিদ্ৰতাৰ বলি হোৱা অজস্ৰ মানুহৰ মৃত্যুৰ বেদনাৰ গভীৰতাৰে, প্ৰাপ্যৰপৰা বঞ্চিত সিহঁতৰ উত্তৰপুৰুষৰ উৰ্দ্ধগামী মুষ্টিবদ্ধ কঠিন হাতৰ, প্ৰতিবাদৰ, প্ৰতিৰোধৰ ছবি আঁকিবি।

ঃ অঁ শান্তনু, অগণন মানুহৰ দুখ-যন্ত্ৰণা, হতাশা-বঞ্চনা, ক্ষোভৰ, আক্ৰোশৰ থগাল ৰঙেৰে এটা তেজৰ দৰে ৰঙা দগ্‌মগ্‌ সূৰ্য্য আঁকিম। আকৌ নতুন প্ৰভাত হ'ব। পুৱাৰ ফুল ফুলিব। আকৌ নতুন দিনৰ ৰঙা বেলি ওলাব নহয় শান্তনু ?

ঃ ইতিহাসৰ গতি কোনোদিনে স্তব্ধ নহয়। ৰাতিৰ শেষত আকৌ পুৱাৰ পোহৰে পৃথিৱী ছুই যাব।

"......মুক্ত আলোকিত......চিহ্ন নেই,
তবু ৰাত্ৰিৰ কাষে দিনেৰ পৰাজয় হয়নি এখনও,
এখনও জীবনকে পৰ্যদুস্ত ক'ৰে কবৰেৰ জয়োৎসব নয়,
এখনও ভস্মেৰ মধ্যে ধিক্‌ধিক্‌ জ্বলছে স্ফুলিংগ,
জীবন তাৰ নিশ্বাসে তাকে আবাৰ জাগাবে।......"

—স্বতঃস্ফূৰ্তভাৱে উচ্চাৰিত হ'ল দীপাংকৰ কণ্ঠত। জীৱনৰ গতি আছে। জীৱন অনিৰুদ্ধ, গতিময়।

বাহিৰত কুকুৰা চৰায়ে ডাক দিলে। কাহিলি পুৱাৰ পোহৰেৰে, দোক্‌মোকালিৰ বতাহেৰে সিহঁতৰ কোঠালিটো ভৰি পৰিল।

